# অসমীয়া
# আখৰ-জোঁটনিৰ কথা

ড° শিৱনাথ বৰ্মন



প্ৰিয়বালা প্ৰকাশন
তিনিচুকীয়া

*Asamiya Akhar Jotanir Katha*, a book on Assamese spelling, written by Dr. Sivanath Barman and published by **Priyabala Prakasan**, Tinsukia, Assam.

---



প্ৰথম প্ৰকাশ : নৱেম্বৰ, ১৯৯৩

প্ৰকাশক : প্ৰিয়বালা প্ৰকাশন, তিনিচুকীয়া

মুদ্ৰক : পূৰ্বেক্ষণ প্ৰেছ, কলিকতা-৭০০ ০০৬

দাম : ৩৫ টকা

অসমীয়া ভাষাটোক
যোৱ তুলি সাৱটি লোৱা
মৰমৰ ছাত্ৰ-ছাত্ৰীসকলৈ—

# সূচীপত্র

# পাতনি

আমাৰ ভাষাত আখৰ-জোঁটনিৰ জঁট আজিকোপতি মৰা নাই, বৰং বাঢ়িছেহে। ইয়াৰ কাৰণ কেইবাটাও। প্ৰথম, নিজৰ ভাষাটো ভালকৈ শিকাৰ প্ৰতি আমাৰ ক্ৰমবৰ্ধমান অনীহা। নিজৰ ল'ৰা-ছোৱালীক ইংৰাজী ভাষা শিকোৱাৰ প্ৰতি আজিকালি আমাৰ উৎসাহ বাঢ়িছে; কিন্তু সেই অনুপাতে কমি গৈছে তেওঁলোকক অসমীয়া ভাষা শিক্ষা দিয়াৰ প্ৰতি আমাৰ আগ্ৰহ। ইংৰাজীৰ। আখৰটোত থকা ফুটাটো কিবাকৈ বাদ পৰিলে আমি সকলোৱে হুলস্থুল লগাওঁ; কিন্তু কোনোবাই যদি ট-ৰ ঠাইত ড বা ণ-ৰ ঠাইত ন লিখে, তেতিয়া আমি কোনেও অকণো কেটকুট নকৰোঁ। 'চিৰ চেনেহী ভাষা-জননী'ৰ প্ৰতি আমাৰ ইমানেই চেনেহ!

অপ্ৰিয় হ'লেও সত্য, আমাৰ ভাষাত আখৰ-জোঁটনিৰ বেমেজালি বঢ়াৰ বাবে আমাৰ ভাষাৰ লিখিত প্ৰচাৰ মাধ্যমসমূহো বহু পৰিমাণে দায়ী। টি ভি, বিজ্ঞাপন আদিৰ কথাই নকওঁ, এনেকি বাতৰি কাকত আৰু আলোচনীবোৰেও, অন্ততঃ সিবোৰৰ সৰহভাগেই, বানানৰ ক্ষেত্ৰত ব্যাকৰণৰ নিয়মাৱলী মানি চলিবলৈ টান পায় যেন লাগে। তাৰ ফলত আজিকালি যাৰ যেনেকৈ ইচ্ছা, তেওঁ তেনেকৈ আখৰ জোঁটাবলৈ আৰম্ভ কৰিছে। ছপা শব্দৰ ভুলে ছাত্ৰ-ছাত্ৰী আৰু সাধাৰণ পঢ়ুৱৈক সহজেই বিভ্ৰান্ত কৰে; কাৰণ তেওঁলোকে আখৰ-জোঁটনি শিকে ব্যাকৰণ আৰু অভিধানতকৈয়ো বৰং বাতৰি কাকত, টি ভি, আলোচনী আদিৰ পৰা।

সংস্কৃত ভাষাটোৰ প্ৰতি আমাৰ অৱজ্ঞাও আমাৰ ভাষাত বানানৰ বেমেজালি বঢ়াৰ অন্যতম কাৰণ যেন লাগে। একালত পঢ়াশালীয়া পাঠ্যক্ৰমত সংস্কৃত ভাষা শিকাৰ ওপৰত যিমান গুৰুত্ব দিয়া হৈছিল, আজিকালিৰ শিক্ষাবিদসকলে ইয়াৰ ওপৰত সিমান গুৰুত্ব দিব নোখোজে। ইয়াৰ ফল শুভ হৈছে বুলি ক'ব নোৱাৰি। অসমীয়া শব্দ-ভাণ্ডাৰৰ বৃজন অংশই যিহেতু তৎসম- তদ্ভৱ শব্দেৰে ভৰা, গতিকে সংস্কৃত ভাষাৰ অন্ততঃ প্ৰাথমিক জ্ঞান অসমীয়া ভাষা ভালকৈ শিকিব খোজা প্ৰতিজন ব্যক্তিৰে থকা উচিত। এনে জ্ঞান থকা লোকে 'তত্ত্ব'ৰ সলনি 'তত্ব', 'পৰিব(ৱ)হণ'ৰ সলনি 'পৰিবহন', 'বিসংবা(ৱা)দী'ৰ সলনি 'বিসম্বাদী' বা 'স্বাধীনতা-উত্তৰ'ৰ সলনি 'স্বাধীনোত্তৰ' নিলিখে। কিন্তু সংস্কৃত ভাষাৰ ন্যূনতম জ্ঞানৰ অভাৱ হেতু এনে অজস্ৰ ভুল বানানেৰে আমাৰ বাতৰি কাকত আৰু আলোচনীৰ পাত আজিকালি ভৰি থাকে।

সম্প্ৰতি আমাৰ ভাষাত অভিধান লিখাৰ প্ৰতি বেছ উৎসাহ দেখা গৈছে। কিন্তু এখন আদৰ্শ অভিধান লিখিবৰ বাবে যিটো অত্যন্ত প্ৰয়োজনীয়— আখৰ-জোঁটনিৰ নিয়মাৱলী সুনিৰ্দিষ্ট কৰা- সেইটো আজিকোপতি হৈ উঠা নাই। অসম সাহিত্য সভা আৰু 'গুৱাহাটী বিশ্ববিদ্যালয় পাঠ্যপুথি প্ৰস্তুতি সমিতি'ৰ এই সম্পৰ্কীয় দুখন নিৰ্দেশক পুথি নথকা নহয়; কিন্তু এই দুখন সমালোচনাৰ ঊৰ্দ্ধত বুলি কোৱা টান।

এই কথা ঠিক যে, ভাষা আগ, তাৰ পিচতহে অভিধান- ব্যাকৰণ। যুগ সলনিৰ লগে লগে ভাষাই তাৰ ৰূপ সলায়; ভাষাৰ পৰিবৰ্তিত ৰূপৰ লগত খাপ খোৱাকৈ তেতিয়া ৰচিত হয় ব্যাকৰণৰ নতুন সূত্ৰাৱলী, বৰ্ণ- বিন্যাসৰ নতুন প্ৰণালী। কিন্তু সেই বুলিয়েই ভাষাক উদণ্ডীয়া গৰুৰ দৰে এৰি দিব নোৱাৰি; ইয়াক ব্যাকণৰ শিকলিৰে ঢিলাকৈ হ'লেও বান্ধি ৰাখিব লাগিব। অভিধান- ব্যাকৰণক মহটিয়াবলৈ যদি ইয়াক এৰি দিয়া যায়, তেন্তে বিপদ হ'ব। তেতিয়া ভাষা হৈ পৰিব পশ্চিমীয়া উপকথাত থকা বাবেলৰ স্তম্ভস্বৰূপ।

যিকোনো ভাষাৰে প্ৰতিটো বাক্যৰ পদ- বন্ধন যদি ব্যাকৰণসম্মত নহয়, ইয়াৰ প্ৰতিটো শব্দৰ বানান যদি শুদ্ধকৈ লিখা নাযায়, তেন্তে বাক্যটোৰ অৰ্থ- বিকৃতি ঘটাৰ পূৰ্ণ সম্ভাৱনা আছে। দৃষ্টান্তৰূপে, 'ৰামে সীতাৰ পাণিগ্ৰহণ কৰিলে' বুলি নিলিখি যদি কোনোবাই 'ৰামে সীতাৰ পানী গ্ৰহণ কৰিলে' বুলি লিখে, তেন্তে বাক্যটোৰ অৰ্থ সম্পূৰ্ণ সলনি হৈ পৰিব। অসমীয়া ভাষাৰ ওজা হেমচন্দ্ৰ বৰুৱাই হেনো কৈছিল, 'One word is sufficient to knock out the brain of the whole sentence'। কথাষাৰ আখৰে আখৰে সঁচা।

এই কাৰণতে আমি আখৰ-জোঁটনি সম্পৰ্কে সচেতন হোৱা দৰকাৰ। বানান সমস্যাৰ সকলোবোৰ দিশ সামৰি ছাত্ৰ-ছাত্ৰীৰ উপযোগীকৈ লিখা কিতাপ আমাৰ ভাষাত আজি পৰ্যন্ত ওলোৱা নাই। এই অভাৱৰ প্ৰতি লক্ষ্য ৰাখিয়েই এই কিতাপখন লিখিবলৈ সাহস কৰিলো। ভাষাবিদ মই নহওঁ; এনেকি ভাষা সম্পৰ্কীয় কোনো ধৰণৰ পঢ়াশলীয়া প্ৰশিক্ষণ মোৰ নাই। তথাপি, আমাৰ ভাষাত আখৰ-জোঁটনি সম্পৰ্কে প্ৰণালীবদ্ধ, বিজ্ঞানসম্মত চিন্তা-চৰ্চাৰ সূচনা হওক, অসমীয়া ভাষাটো সুৰদী হোৱাৰ লগতে শুদ্ধও হওক, মই কিতাপখন লিখাৰ এইটো প্ৰধান উদ্দেশ্য।

কিতাপখনৰ নাম 'অসমীয়া আখৰ-জোঁটনিৰ কথা' ৰখা হৈছে যদিও কেৱল অসমীয়া বানান সমস্যাতে মই মোৰ আলোচনা সীমিত কৰি ৰখা নাই। বানানৰ খেলিমেলিৰ উপৰিও আমাৰ ভাষাত প্ৰায়ে খেলিমেলি হোৱা দেখা যায় সমাস-প্ৰত্যয়-বিভক্তি আদিৰ, কৰ্তৃবাচ্য- কৰ্মবাচ্যৰ, বিশেষ্য- বিশেষণৰ, শব্দত প্ৰয়োজন-অতিৰিক্ত বৰ্ণ ব্যৱহাৰৰ, ইত্যাদি। কিতাপখনৰ শেষৰ অধ্যায়টোত এনেবোৰ খেলিমেলিৰ আলোচনা কৰা হৈছে।

কিতাপখনত 'আখৰ-জোঁটনি' শব্দৰ উপৰিও 'বানান' শব্দটোও মই মুক্তভাৱে ব্যৱহাৰ কৰিছোঁ। শব্দটোৰ ব্যৱহাৰত সংৰক্ষণশীলসকল হয়তো কিছু ক্ষুব্ধ হ'ব। কিন্তু সম্প্ৰতি আমাৰ ভাষাত 'বানান' শব্দৰ ব্যৱহাৰ ইমান বেছি যে, শব্দটো বঙলুৱা বুলি তাক আৰু এৰৱীয়া কৰি ৰাখিব নোৱাৰি। তদুপৰি 'বানান' মূলতঃ এটা সংস্কৃত শব্দ (বৰ্ণন > বাণন> বানান)।

যাইকৈ ছাত্ৰ-ছাত্ৰীসকলক উদ্দেশ্য কৰি কিতাপখন ৰচনা কৰা হৈছে। তথাপি সাধাৰণ পঢ়ুৱৈ, শিক্ষক তথা ন লেখকসকলৰো ই কিছু কামত আহিব বুলি মোৰ বিশ্বাস। ব্যাকৰণৰ সূত্ৰাদিৰ প্ৰতি প্ৰায় সকলো ছাত্ৰ- ছাত্ৰীৰে অহেতুক ভীতি থাকে।

এই ভীতি যাতে প্ৰীতিলৈ ৰূপান্তৰিত হয়, এই আশাৰে কিতাপখন কথোপকথনৰ ভাষাত লিখা হৈছে।

কিতাপখনত ভুল- ভ্ৰান্তি নিশ্চয় কিছু আছে। তদুপৰি কিতাপখনত মই দিয়া কেতবোৰ অভিমত সকলোৰে মনঃপূত নহ'বও পাৰে। সুধীবৃন্দলৈ মোৰ বিনম্ৰ অনুৰোধ, তেখেতসকলে যেন কিতাপখনৰ ভুল-চুকবোৰ মৰমেৰে আঙুলিয়াই দেখুৱায়। 'সৰ্পৱৎ দোষমুৎসৃজ্য গুণং গৃহ্ণন্তি সাধৱঃ'।

অসমীয়া বানান সম্পৰ্কীয় এখন কিতাপ লিখাৰ নিমিত্তে মোক বহুদিন ধৰি কুতুৰি আছিল মোৰ ভ্ৰাতৃসদৃশ বন্ধু মাণিক দাসে। কেৱল সেয়ে নহয়, তেওঁ মোক এই সম্পৰ্কীয় কেইবাখনো কিতাপ-পত্ৰও গোটাই দিছিল। ক'বলৈ গ'লে, কিতাপখন ৰচনাৰ মূলত তেওঁ। তেওঁৰ লগতে ভাষাতত্ত্বৰ ভালেমান কিতাপেৰে মোক সহায়তা কৰিছে অধ্যাপক বন্ধু জ্যোতিৰ্ময় জানাই আৰু মোৰ প্ৰাক্তন ছাত্ৰ শ্ৰীমান শৈলেন বৰকটকীয়ে। অসমৰ বিশিষ্ট ভাষাবিদ ডঃ গোলোকচন্দ্ৰ গোস্বামীদেৱৰ নামো এই প্ৰসঙ্গত ল'ব লাগিব।

বানান সম্পৰ্কীয় কিছুমান ধাৰণা স্পষ্ট কৰি লোৱাৰ ক্ষেত্ৰত মই সৰ্বাধিক উপকাৰ পাইছিলো অগ্ৰজ প্ৰতিম শ্ৰীযুত তাৰকচন্দ্ৰ শৰ্মাদেৱৰ পৰা। তেখেতৰ লগত কৰা সুদীৰ্ঘ আৰু সৰস আলোচনা মোৰ স্মৃতিত সজীৱ হৈ ৰ'ব।

কিতাপখনৰ বিষয়ে সঘনে খা-খবৰ লৈ আছিল বন্ধুবৰ পোলেন বৰকটকী আৰু পৰমানন্দ মজুমদাৰে।

সদৌটিলৈকে মই মোৰ আন্তৰিক কৃতজ্ঞতা জনালো।

কিতাপখনৰ কিয়দংশ আলোচনী আৰু বাতৰি কাকতত প্ৰকাশ পাইছিল। সেইখিনি পঢ়ি অসমৰ যশস্বী চিন্তাবিদ ডঃ হীৰেন গোহাঁয়ে 'আজিৰ অসম' কাকতত এটি চমু অথচ মূল্যবান মন্তব্য আগবঢ়াইছিল। তাৰ বাবে তেখেতৰ ওচৰত মই ঋণী।

কিতাপখনে যদি আমাৰ ছাত্ৰ-ছাত্ৰীসকলৰ কিঞ্চিৎ উপকাৰো সাধে, তেনেহ'লেই মই মোৰ শ্ৰম সাৰ্থক হোৱা বুলি ভাবিম।

গুৱাহাটী — শিৱনাথ বৰ্মন

২৮-১০-৯৩

# আৰম্ভণ

হাইস্কুলৰ শেষ পৰীক্ষা দি উঠি অৰুণ ভালেমান দিন এনেয়ে আছিল। মিতিৰ ঘাই, ঠাই ফুৰি, সি কিছুদিন কটালে। এনেদৰে থাকি আমনি লাগিলত এদিন সি সাহিত্য ৰচনাতে লাগিবলৈ থিৰ কৰিলে। কিন্তু ৰচিব কি? বহুত ভাবি- চিন্তি সি অৱশেষত কবিতাকে লিখাৰ সিদ্ধান্ত ল'লে। এদিন নিশা ঘৰৰ সকলো নিঃপালি দিয়াত সি কাকত- কলম লৈ অতি সন্তৰ্পণে কবিতা দেৱীৰ আৰাধনাত নিমগ্ন হ'ল। কিন্তু কবিতা দেখোন নোলায়হে নোলায়! বহুপৰ ধৰি কপাল পিহাৰ পিচত অৱশেষত তাৰ কাপৰ পৰা 'কাকতত' হ'ল এই কবিতাফাঁকি—

পোঁৱাতী নিশাতে উঠি কুলীৰ কুজন শুনি
আকাশত দেখি দীনমণি,
পালো যেন এটি সূৰ মনটো পৰিল জোৰ
পুলকিত হ্‌ল হিয়াখনি।

ইয়াৰ পিচৰ ছন্দ মিলোৱাৰ চেষ্টা কৰোঁতে কৰোঁতে তাৰ কপালত ঘাম বিৰিঙিল; কিন্তু দ্বিতীয় পঙ্‌ক্তিটো হ'লে বাহিৰ নহ'ল। তাৰ দুৰৱস্থা দেখিয়েই হ'বলা নিদ্ৰা দেৱীৰ দয়া উপজিল; তেওঁ অৰুণক তেওঁৰ কোলাত মৰমেৰে আশ্ৰয় দিলে।

পিচ দিনা সি উঠি দেখে, সি কবিতা লিখা কাকতখিলা নাই!

এনেতে শম্ভু খুড়া তাৰ ওচৰত উপস্থিত হ'লহি। শম্ভু খুড়া অৰুণৰ নিজৰ খুড়াক। হ'লেও আমিও তেওঁক খুড়া বুলি মাতোঁ। খুড়া ওচৰৰে এখন স্কুলৰ সংস্কৃতৰ শিক্ষক। বানানৰ ক্ষেত্ৰত তেওঁ অতি সতৰ্ক। আখৰ- জোঁটনিৰ অলপ হেৰফেৰ হ'লেই তেওঁ আমাক বাঘে ধৰাদি ধৰে।

অৰুণে ঢাকি- পাটী এৰাৰ আগতেই খুড়াই তাৰ কণমানি 'সৃষ্টি'টো তাৰ মেজত দেখা পাই পঢ়ি পেলালে আৰু সি শুই উঠাৰ লগে লগে তাৰ সমুখত এই বুলি গুজৰিবলৈ ধৰিলে,

— বেলা দুপৰলৈকে শুই পুৱাৰ বিষয়ে কবিতা লিখিবলৈ আহিছ। আৰু বাৰেপাচি ভুলেৰে এয়া তোৰ কবিতাৰ ভাষা। তই লিখা এই সৰু কবিতা ফাকিতে বানানৰ ভুল কেইটা আছে জাননে? এটা নহয়, দুটা নহয়, সাতোটা। তই লিখিব লাগে 'পুৱতি', তই লিখিছ 'পোঁৱাতী' যাৰ অৰ্থ সন্তান- সম্ভৱা; তই লিখিব লাগে 'কুলি', লিখিছ 'কুলী' যাৰ অৰ্থ বনুৱা; লিখিব লাগে 'কূজন', লিখিছ 'কুজন' যাৰ অৰ্থ বেয়া মানুহ; তই লিখিব লাগে 'সুৰ' লিখিলি 'সূৰ' যাৰ অৰ্থ সূৰ্য। লিখিব লাগে 'জুৰ', লিখিলি 'জোৰ' যাৰ অৰ্থ বল; লিখিব লাগে 'হ'ল', তই লিখিলি 'হ্‌ল' যাৰ অৰ্থ নাঙল, বা শব্দটো ইংৰাজী বুলি ধৰিলে, ভৱন।

— তোৰ কাণ্ড- কাৰখানা দেখি এটা সংস্কৃত শ্লোক মোৰ মনত পৰিছে।

এই বুলি খুড়াই তলৰ শ্লোক ফাকি অৰুণক মাতি শুনালে।

যদ্যপি বহু নাধীষে তথাপি পঠ পুত্র ব্যাকবণম্।
স্বজনঃ শ্বজনো মাভূৎ সকলং শকলং সকৃৎ শকৃৎ।।
— শ্লোক ফাকিৰ অৰ্থ তোক কওঁ শুনঃ

'বোপা, তই বহু অধ্যয়ন নকৰিলেও ব্যাকৰণ পঢ়, যাতে 'স্বজন' (আপোনজন) শব্দটো 'শ্বজন' (চণ্ডাল), 'সকল' (সমস্ত) শব্দটো 'শকল' (খণ্ড), আৰু 'সকৃৎ' (এবাৰলৈ) শব্দটো 'শকৃৎ' (বিষ্ঠাময়) হৈ নপৰে।'

খুড়াৰ কথাত অকণে বেছ লাজ পালে আৰু তেওঁক ক'লে,

— খুড়া, ব্যাকৰণলৈচোন মোৰ বৰ ভয় লাগে। ব্যাকবণৰ নীতি- নিয়মৰ ভিতৰলৈ নোসোমোৱাকৈ বানান শিকিব নোৱাৰিনে ?

— কিয় নোৱাৰি ? পাৰি। অৱশ্যে বানানৰ কথাৰ লগত ব্যাকৰণৰ কথা কিছু আহিবই। সেইবুলি শুদ্ধ বানান শিকিবৰ বাবে ব্যাকবণৰ অগাধ পণ্ডিত নহ'লেও হয়।

খুড়া, তেনেহ'লে মোক অলপ বানান শিকাওক।

অকণে খুড়াক অনুৰোধ কৰিলে।

খুড়া সানন্দে সন্মত হ'ল আৰু ক'লে,

— কাইলৈৰ পৰা পূৰা দুটা সপ্তাহ মই তোক দিনে এঘণ্টামানকৈ আখৰ-জোঁটনি, শব্দ-গাঁথনি আদিৰ বিষয়ে ক'ম। তই মন দি শুনিবি।

# প্ৰথম পাঠ

## ই, ঈ-ৰ কথা

নবীন নীৰদ নীৰে
চাতক চাতকী ধীৰে
ঊৰ্ধ্বমুখে পিয়া বাৰি দূৰয় পিপাসা।
ভেকুলী কৰয় ৰৱ
ভাবে যেন মহোৎসৱ
চিৰকাল এই সুখ পাবে কৰে আশা।।

--- কবিতাফাকি কেতিয়াবা শুনিছনে ?

খুড়াই অকণক সুধিলে।

---- নাই শুনা খুড়া। কোনোবা পুৰণি কবিৰ কবিতা হ'ব ছাগে।

অকণে ক'লে।

- খুব পুৰণি নহয়। ইয়াৰ ৰচয়িতাগৰাকী উনৈশ-- কুৰি শতিকাৰ দোমোজাৰ কালৰ এগৰাকী খ্যাতিমান কবি। তেওঁৰ নাম ভোলানাথ দাস। এটা কথা মন কৰিছনে ? ই কাৰ, ঈ-কাৰ থকা ভালেমান শব্দ কবিতা ফাকিত আছে।

-- হয় খুড়া, ইয়াত চাৰিটা ই-কাৰ আৰু ছটা ঈ-কাৰ থকা শব্দ মই পাইছোঁ। গণনা কৰি অকণে ক'লে।

--- সংস্কৃত ভাষাত দুয়োটা বৰ্ণৰে উচ্চাৰণ সুকীয়া। হ্ৰস্ব ই-ক চুটিকৈ আৰু দীৰ্ঘ ঈ-ক অলপ দীঘলকৈ উচ্চাৰণ কৰিব লাগে। কিন্তু আমাৰ ভাষাত ই আৰু ঈ-ৰ মাজত উচ্চাৰণৰ পাৰ্থক্য নাই। গতিকে এই দুই বৰ্ণযুক্ত শব্দবোৰ লিখোঁতে আমাৰ প্ৰায়ে বানান ভুল হয়। আমাৰ ভাষাত ই, ঈ-ৰ জোঁটনিয়েই আটাইতকৈ বেমেজালিপূৰ্ণ। তথাপি সাধাৰণভাৱে কেইটামান কথা মনত ৰাখিলে ই-কাৰ আৰু ঈ-কাৰৰ ভুল ভালেখিনি আঁতৰাব পাৰি।

এই বুলি খুড়াই ক'বলৈ ধৰিলেঃ

### তৎসম শব্দত ই-কাৰ আৰু ঈ-কাৰ

*(ক) সংস্কৃত ইন্, ৱিন্, আকিন্ প্ৰমুখ্যে কেইটামান প্ৰত্যয় আছে। কোনো প্ৰাতিপদিকৰ পিচত এই প্ৰত্যয়কেইটাৰ কোনো এটা (বা ধাতুৰ পিচত কেৱল ইন্ প্ৰত্যয়) যোগ হ'লে সাধিত শব্দটোৱে বিশেষণ ৰূপ পায় আৰু তেতিয়া শব্দটো পুংলিঙ্গ হ'লেও ই প্ৰথমা একবচনত সদায় ঈ-কাৰান্ত হয়।*

উদাহৰণঃ

| | |
|---|---|
| ৰোগ---ৰোগী | ভোগ---ভোগী |
| কৰ্ম---কৰ্মী | মন্ত্ৰ---মন্ত্ৰী |
| মেধা---মেধাৱী | এক---একাকী |

(প্ৰাতিপদিকৰ পিচত প্ৰত্যয় যোগ)

| | |
|---|---|
| গম্---গামী | বদ্---বাদী |

(ধাতুৰ পিচত প্ৰত্যয় যোগ)

তেনেদৰে---

| | | | |
|---|---|---|---|
| গুণী | মানী | ৰথী | দানী |
| গৃহী | বাসী | বিলাসী | প্ৰণয়ী |
| যশস্বী | মায়াৱী | তপস্বী | তেজস্বী |
| প্ৰতিযোগী | প্ৰতিদ্বন্দ্বী | মদ্যপায়ী | মনোগ্ৰাহী |

-- খুড়া, 'বুদ্ধিজীৱী' নে 'বুদ্ধিজীৱি'? 'দৃষ্টিভঙ্গী' নে 'দৃষ্টিভঙ্গি'?

অকণে মামাতে প্ৰশ্ন কৰিলে।

-- বহুতে আজিকালি বুদ্ধিজীৱি লিখা কৰিছে। কিন্তু শুদ্ধ বানান বুদ্ধিজীৱী। তেনেদৰে কৃষিজীৱী, শ্ৰমজীৱী, দীৰ্ঘজীৱী ইত্যাদি। আনহাতে, 'দৃষ্টিভঙ্গী, 'দৃষ্টিভঙ্গি'---- দুয়োটা বানান শুদ্ধ।

*(খ) ঈ নামৰ এটা স্ত্ৰী প্ৰত্যয় সংস্কৃতত আছে। এই প্ৰত্যয়টো পুংলিঙ্গ শব্দত যুক্ত হ'লে শব্দটোৱে স্ত্ৰীলিঙ্গ ৰূপ লয়।* উদাহৰণঃ

| | |
|---|---|
| সুন্দৰ---সুন্দৰী | ৰোগী (ৰোগিন্)---ৰোগিনী |
| একাকী (একাকিন্)---একাকিনী | মহীয়ান (মহীয়স্)---মহীয়সী |
| বুদ্ধিমান (বুদ্ধিমৎ)---বুদ্ধিমতী | ভগৱান (ভগৱৎ)---ভগৱতী |

সেইদৰে

| | | | |
|---|---|---|---|
| নাৰী | গৌৰী | সতী | দেৱী |
| মাধৱী | কিশোৰী | জননী | হৰিণী |
| বিলাসিনী | প্ৰণয়িনী | মেধাৱিনী | তপস্বিনী |
| শিক্ষয়িত্ৰী | জগদ্ধাত্ৰী | অগ্ৰগামিনী | সত্যবাদিনী |

*(গ) ইন্, বিন্ আদি প্ৰত্যয়যুক্ত শব্দবিলাক প্ৰথমা একবচনত ঈ-কাৰ যুক্ত। এইবিলাকত তা (তল্) আৰু ত্ব প্ৰত্যয় লগ লাগিলে শব্দটোৰ ঈ-কাৰডাল ই-কাৰ হয়।* উদাহৰণঃ

| তা প্ৰত্যয় যোগ | ত্ব প্ৰত্যয় যোগ |
|---|---|
| বাগ্মী-বাগ্মিতা | কৃতী-কৃতিত্ব |
| তেজস্বী-তেজস্বিতা | বন্দী-বন্দিত্ব |
| উপকাৰী-উপকাৰিতা | মন্ত্ৰী-মন্ত্ৰিত্ব |
| প্ৰতিযোগী-প্ৰতিযোগিতা | একাকী-একাকিত্ব |

প্ৰতিযোগিতা, বন্দিত্ব, মন্ত্ৰিত্ব আৰু একাকিত্ব— এই শব্দকেইটা মন কৰিবি। বহুতে এই শব্দকেইটাত ঈ-কাৰ দিয়ে।

*(ঘ) সংস্কৃত ব্যাকৰণ মতে ইন্ ভাগান্ত শব্দ সমাসবদ্ধ হ'লেও শব্দটোৰ ঈ-কাৰডাল ই-কাৰ হয়।* যেনেঃ জ্ঞানী, কিন্তু জ্ঞানিবৃন্দ; কৰ্মী, কিন্তু কৰ্মিসকল, মন্ত্ৰী, কিন্তু মন্ত্ৰিসভা; প্ৰাণী, কিন্তু প্ৰাণিসমূহ। *কিন্তু আমি সংস্কৃতৰ এই নিয়ম নামানো।* আমি জ্ঞানীবৃন্দ, কৰ্মীসকল, মন্ত্ৰীসভা, প্ৰাণীসমূহ— এনে ধৰণেই লিখোঁ। অৱশ্যে কিছুমান নামৰ ক্ষেত্ৰত দুয়ো ধৰণৰ বানান শুদ্ধ বুলি ধৰি ল'ব পাৰি। যেনে-

যোগীৰাজ—যোগিৰাজ শশীপ্ৰভা— শশিপ্ৰভা

হৰীৰাম—হৰিৰাম ফণীধৰ—ফণিধৰ

কোনো শব্দ ঈ প্ৰত্যয়ান্ত, অৰ্থাৎ স্ত্ৰীবাচক হ'লেও সমাসবদ্ধ অৱস্থাত কেতিয়াবা শব্দটোত ঈ-কাৰৰ উপৰিও ই-কাৰো যুক্ত হয়। যেনে-

পাৰ্বতীপ্ৰসাদ— পাৰ্বতিপ্ৰসাদ চণ্ডীদাস— চণ্ডিদাস

সেইবুলি 'কালীদাস' নহয়, 'কালিদাস'।

*(ঙ) আগেয়ে নাছিল, এতিয়া হ'ল বা কৰা হ'ল ('অভূততদ্ভাৱ')— এনে অৰ্থ বুজাবলৈ কৰণ, ভৱন, কৃত, ভূত আদি কৃ আৰু ভূ ধাতুৰ পৰা নিষ্পন্ন শব্দৰ আগত অ কাৰান্ত তৎসম শব্দ লগ লাগিলে শব্দটোত চ্বি নামৰ এটা প্ৰত্যয় যোগ হয় আৰু তেতিয়া শব্দটোৰ অ-কাৰৰ ঠাইত ঈ-কাৰ বহে।* উদাহৰণঃ

সম— সমীকৰণ হিম— হিমীভৱন

এক— একীকৃত ঘন— ঘনীভূত

তেনেদৰে—

| দূৰীকৰণ | উদ্যোগীকৰণ | স্পষ্টীকৰণ | অঙ্গীকাৰ |
|---|---|---|---|
| স্বীকাৰ | অঙ্গীভূত | ভস্মীভূত | পুঞ্জীভূত |

এইখিনিতে এটা বিশেষ ব্যতিক্ৰম মনত ৰাখিবি। সেইটো হ'ল 'নামকৰণ'। ই নামীকৰণ নহয়; নামাকৰণো নহয় কিন্তু। বহুতে 'নামাকৰণ' বুলি লিখে।

— খুড়া, আপুনি 'হিমীভৱন' বুলি ক'লে; কিন্তু 'হিমভৱন' শব্দটোহে পাইছোঁ যেন লাগে।

অৰুণে মন্তব্য কৰিলে।

— মই জনাত শব্দটো 'হিমীভৱন' হোৱা উচিত। হিমভৱনৰ অৰ্থ 'বৰফৰ ঘৰ।'

এই বুলি খুড়াই ক'লে,

— তলত দিয়া চৰ্তসমূহত চ্বি প্ৰত্যয় যোগ নহয়ঃ

(১) *যিবোৰ সাধিত শব্দই 'আগতে আছিল, এতিয়া নোহোৱা হ'ল বা নোহোৱা কৰা হ'ল'—এনে অৰ্থ সূচায়।* যেনে—নিৰ্মূলকৰণ, উচ্ছেদকৰণ, নিৰস্ত্ৰকৰণ, বিকেন্দ্ৰকৰণ।

— খুড়া, আমি দেখোন 'নিৰস্ত্ৰীকৰণ' আৰু 'বিকেন্দ্ৰীকৰণ' শব্দহে পাইছোঁ।

অৰুণে মাত লগালে।

— কিন্তু সংস্কৃত ব্যাকৰণৰ 'অভূততদ্ভাব' সূত্ৰ অনুসৰি শব্দ দুটা মোৰ মতেৰে 'নিৰস্ত্ৰকৰণ' আৰু 'বিকেন্দ্ৰকৰণ'হে হ'ব লাগে।

এই বুলি খুড়াই পুনৰ ক'বলৈ ধৰিলেঃ

(২) *যিবোৰ শব্দত ইতিমধ্যে কোনো তদ্ধিত প্ৰত্যয় যোগ হৈ থাকে।* যেনে—জাতীয়কৰণ, প্ৰসাম্যকৰণ, পাশ্চাত্যকৰণ, চিনাক্ত (চিহ্নক্ত)কৰণ। অৱশ্যে ব্যতিক্ৰমো অনেক আছে। যেনে-শীতলীভৱন (শীতৰ পিচত ল প্ৰত্যয় থকা সত্ত্বেও); সেইদৰে, একত্ৰীকৰণ ('এক'ৰ পিচত ত্ৰ প্ৰত্যয় থকা সত্ত্বেও)। যৌক্তিকীকৰণ ('যুক্তি'ৰ পিচত ষ্ণিক প্ৰত্যয় থকা সত্ত্বেও), ইত্যাদি।

একত্ৰীকৰণ শব্দটো মন কৰিবি। বহুতে 'একত্ৰিকৰণ' বুলি লিখে।

(৩) *যিবোৰ শব্দৰ শেষত অ-ভিন্ন আন স্বৰ ধ্বনি থাকে বা যিবোৰ শব্দ ব্যঞ্জনান্ত।* উদাহৰণস্বৰূপে, ৰাজনীতি এটা ই কাৰান্ত শব্দ। গতিকে ৰাজনীতি— ৰাজনীতিকৰণ (ৰাজনীতীকৰণ নহয়)। অ- তৎসম শব্দতো এই নিয়ম প্ৰযোজ্য। যেনে— ভৰ্তি। ই তৎসম শব্দ নহয়। তথাপি ভৰ্তি—ভৰ্তিকৰণ। ব্যঞ্জনান্ত শব্দতো একেই নিয়ম। যেনে, আত্মসাৎ—আত্মসাৎকৰণ। সেইদৰে পৃথক্—পৃথক্কৰণ; পৃথকীকৰণ নহয়। বহুতে 'পৃথকীকৰণ' বুলি লিখে।

— খুড়া, আপুনি ক'লে 'পৃথক্কৰণ'। পৃথগ্‌কৰণ হ'বনে ?

অকণে সুধিলে।

— নহ'ব। যেতিয়াই তেতিয়াই ক্- অৰ ঠাইত গ্ নবহে। *ব্যঞ্জনান্ত ক্-অৰ লগত স্বৰবৰ্ণ; গ/ঘ; জ/ঝ; ড/ঢ; দ/ধ; ব/ভ; বা ম/ৰ/ল/ৱ/হ যোগ হ'লেহে ক্-ৰ ঠাইত গ্ বহে।* দুটামান উদাহৰণঃ

| | |
|---|---|
| দিক্ + অন্ত = দিগন্ত | বাক্ + আড়ম্বৰ = বাগাড়ম্বৰ |
| দিক্ + গজ = দিগ্‌গজ | প্ৰাক্ + জ্যোতিষ = প্ৰাগ্‌জ্যোতিষ |
| বাক্ +দত্তা = বাগ্‌দত্তা | দিক্ + ভ্ৰান্ত = দিগ্‌ভ্ৰান্ত |

— খুড়া, তেনেকৈ নিশ্চয় দিক্ + ইন্দ্ৰ = দিগিন্দ্ৰ ?

অকণে সুধিলে।

— তই ঠিক ধৰিছ। খুড়াই ক'লে, বহুতে দিগেন্দ্ৰ, দিগেন এনেকৈ লিখে। এনেকৈ লিখা ভুল।

(৪) *তৎসম শব্দৰ উপৰিও তদ্ভৱ আৰু বিদেশী অ-কাৰান্ত শব্দৰ পিচতো কৰণ, স্বত্ব, দাৰ আদি শব্দ লগ লাগিলে অ-কাৰৰ ঠাইত ঈ-কাৰ বহে।* যেনে-

দখল— দখলীকৰণ মালিক— মালিকীস্বত্ব অংশ— অংশীদাৰ।

অৱশ্যে ব্যতিক্ৰমো আছে। যেনে- চামিল- চামিলকৰণ।

*(ক) কৃ আৰু গৃ-এই ধাতু দুটাৰ পৰা নিষ্পন্ন শব্দবিলাক বিশেষ্যৰূপত ই-কাৰ যুক্ত; কিন্তু বিশেষণ ৰূপত ঈ-কাৰ যুক্ত।* উদাহৰণঃ

| | |
|---|---|
| গিৰণ— গীৰ্ণ | উদ্‌গিৰণ— উদ্‌গীৰ্ণ |
| কিৰণ— কীৰ্ণ | বিকিৰণ— বিকীৰ্ণ |

'উদ্গিৰণ' শব্দটো মন কৰিবি। উদ্গীৰণ নহয়, উদ্গিৰণ। 'বিকীর্ণ' শব্দটোও মন কৰিবলগীয়া। বহুতে 'বিকীর্ণ'ৰ সলনি 'বিকিৰিত' বুলি লিখে। 'বিকিৰিত' অসাধু শব্দ।

*(ঝ) সন্ধিৰ ক্ষেত্ৰত, যদি প্ৰথমটো শব্দৰ শেষত আৰু দ্বিতীয় শব্দৰ আৰম্ভণিত ই বা ঈ থাকে, তেন্তে সন্ধিৰ ফলত ই, ঈ সদায় ঈ হয়।* উদাহৰণঃ

গিৰি + ইন্দ্ৰ = গিৰীন্দ্ৰ     প্ৰতি + ঈক্ষা = প্ৰতীক্ষা
মহী + ইন্দ্ৰ = মহীন্দ্ৰ     পৃথ্বী + ঈশ = পৃথ্বীশ

— খুড়া, 'বুদ্ধিন্দ্ৰ' নে 'বুদ্ধীন্দ্ৰ'?

অকণে সুধিলে।

— বুদ্ধীন্দ্ৰ। বুদ্ধি + ইন্দ্ৰ = বুদ্ধীন্দ্ৰ। তেনেকৈ বলী + ইন্দ্ৰ = বলীন্দ্ৰ। বুদ্ধিন্দ্ৰ, বুধিন, বলিন্দ্ৰ, বলিন— এনেকৈ লিখা অনুচিত। এতিয়া শুন, এই বুলি খুড়াই ক'বলৈ ধৰিলে,

*(ঞ) ৰ-ৰে আৰম্ভ হোৱা শব্দৰ আগত নিঃ উপসৰ্গ যোগ হ'লে সাধিত শব্দটোত বিসৰ্গ লোপ গৈ সি 'নী' হৈ পৰে।* যেনেঃ

নিঃ + ৰৱ = নীৰৱ     নিঃ + ৰস = নীৰস
নিঃ + ৰোগ = নীৰোগ     নিঃ + ৰন্ধ্ৰ = নীৰন্ধ্ৰ

নিৰৱ, নিৰস— এইবোৰ ভুল বানান।

*(ট) কোনো কোনো সংস্কৃত নামৰ পিচত পুত্ৰাৰ্থত ই আৰু কন্যাৰ্থত ঈ যোগ হয়।* যেনেঃ

দশৰথৰ পুত্ৰ = দাশৰথি (ৰাম)     জনকৰ কন্যা = জানকী (সীতা)
অৰ্জুনৰ পুত্ৰ = আৰ্জুনি (অভিমন্যু)     দ্ৰুপদৰ কন্যা = দ্ৰৌপদী
বৰুণৰ পুত্ৰ = বাৰুণি (অগস্ত্য মুনি)     পৰ্বতৰ কন্যা = পাৰ্বতী

— খুড়া, অঞ্জলী বানান শুদ্ধনে?

অকণে মাজতে মাত লগালে।

— অশুদ্ধ। শব্দটো স্ত্ৰীবাচক বুলি ভাবিয়েই বোধকৰোঁ আজিকালি বহুতে ল-ত ঈ-কাৰ লিখা কৰিছে। এই নাম ছোৱালীয়ে ল'লেও তোক মনে মনে কৈ থওঁ— সংস্কৃত অভিধান মতে ই এটা পুংলিঙ্গ শব্দহে! সচৰাচৰ ছোৱালীয়ে লোৱা এনে আৰু কিছুমান নাম আছে; যেনে- পল্লৱী, সৱিতা, কলাপী। তিনিওটা পুংলিঙ্গ শব্দ। ইহঁতৰ স্ত্ৰীলিঙ্গ ৰূপ হ'ল পল্লৱিনী, সৱিত্ৰী, কলাপিনী।

মনত ৰাখিবি— শুদ্ধ বানান হ'ল অঞ্জলি। সেইদৰে, গীতাঞ্জলি, শ্ৰদ্ধাঞ্জলি, পুষ্পাঞ্জলি।

স্ত্ৰীবাচক নহ'লেও ছোৱালীয়ে লোৱা ই আৰু ঈ-কাৰান্ত ভালেমান নাম আমাৰ ভাষাত আছে। সেইবোৰৰ কিছুমানত দুয়ো ধৰণৰ বানানেই শুদ্ধ। যেনেঃ

দীপালি— দীপালী     মেঘালি— মেঘালী
তৰালি— তৰালী     বৰ্ণালি— বৰ্ণালী

ইয়াৰ কাৰণ, এই শব্দসমূহত থকা আলি/ আলী শব্দাংশ অসমীয়া আলি/

আলী প্ৰত্যয় নহয়; ই সংস্কৃতৰ আৱলি/ আৱলী শব্দৰ অপভ্ৰংশ। সংস্কৃতত আৱলি, আৱলী দুয়োটা বানানেই শুদ্ধ। আৱলি/ আৱলী-ৰ অৰ্থ 'লানি' বা 'সমূহ'।

— খুড়া, অসমীয়া আলি আৰু আলী প্ৰত্যয়ৰ ব্যৱহাৰনো কেতিয়া হয়?

অকণো খুড়াক সুধিলে।

তেতিয়া খুড়াই উত্তৰ দিলে,

— মই তোক এতিয়া ই আৰু ঈ-কাৰান্ত কিছুমান অসমীয়া প্ৰত্যয়ৰ কথা কওঁ শুনঃ

## অ-তৎসম শব্দত ই-কাৰ আৰু ঈ-কাৰ

**(ক) আলি আৰু আলী প্ৰত্যয়ঃ**

(১) *কোনো বিশেষ্য বা বিশেষণক গুণবাচক বিশেষ্যলৈ নিওঁতে আলি প্ৰত্যয়।* উদাহৰণঃ

ল'ৰা— ল'ৰালি, বান্দৰ— বান্দৰালি, পুৰুষ--- পুৰুষালি (বিশেষ্যৰ পৰা বিশেষ্য)

দুষ্ট — দুষ্টালি, চতুৰ— চতুৰালি, সোৰোপা-- সোৰোপালি (বিশেষণৰ পৰা বিশেষ্য)

সেইদৰে,

| | | | |
|---|---|---|---|
| থৰালি | ৰ'দালি | বেজালি | বলিয়ালি |
| মিতিৰালি | ঘটকালি | মইমতালি | পুৰোহিতালি |

(২) *কোনো বিশেষ্যক বিশেষণলৈ নিওঁতে আলী প্ৰত্যয়।* উদাহৰণঃ

ৰূপ— ৰূপালী ভোগ— ভোগালী

সোণ— সোণালী ৰঙ— ৰঙালী

সেইদৰে, জোনালী, কঙালী, পূৰালী ইত্যাদি।

-- খুড়া, ৰূপোৱালী আৰু সোণোৱালী বুলিও দেখোন কোৱা হয়।

অকণে মন্তব্য কৰিলে।

— শব্দ দুটা ক্ৰমে ৰূপালী আৰু সোণালীৰ আন দুটা ৰূপ। পোনপটীয়াকৈ আলী প্ৰত্যয়ৰ ভিতৰুৱা নোহোৱা আন এটা শব্দ হ'ল বাঙলী।

খুড়াই ক'লে।

— এতিয়া,

**(খ) অতি আৰু অতী প্ৰত্যয়ঃ**

(১) *কোনো প্ৰাতিপদিক বা ধাতুক গুণবাচক বিশেষ্যলৈ নিওঁতে অতি প্ৰত্যয়।* উদাহৰণঃ

চুপ— চুপতি ধাৱ্— ধাউতি (ধাৱতি)

ফাকি— ফাকতি সিঁচৰ্— সিঁচৰতি

(২) *কোনো কোনো বিশেষ্যক বিশেষণলৈ নিওঁতে অতি প্ৰত্যয়।* যেনে—

বাপ— বাপতি (সাহোন) পুৱা— পুৱতি (নিশা)

(৩) *কিছুমান ধাতুৰ পিচত কেৱল তি-হে যোগ হয় আৰু তেতিয়া সাধিত শব্দটো বিশেষণ, বিশেষ্য দুয়ো ৰূপতে থাকে।* উদাহৰণঃ

চল্— চল্তি    গণ্— গন্তি    জ্বল্— জ্বল্তি

— খুড়া, গণ্তি নে গন্তি ? অকণে সুধিলে।

— গন্তি। কাৰণ ত-ৰ লগত সদায় নহে যুক্ত হয়। এই বিষয়ে তোক পিচলৈ কম। (অষ্টম পাঠ দ্রষ্টব্য)

(৪) *কোনো প্ৰাতিপদিক বা ধাতুক স্ত্রীবাচক বিশেষণলৈ নিওঁতে অতী প্ৰত্যয়।* উদাহৰণঃ

লাহ্— লাহ্তী    খীৰা— খীৰতী

নাম— নামতী    ব— বোৰ্তী

— এতিয়া,

(গ) অৰি, অৰী, আৰী প্ৰত্যয়ঃ

এইবুলি খুড়াই কৈ গ'ল,

(১) *বিভিন্ন অৰ্থত অৰি প্ৰত্যয়ৰ দ্বাৰা কোনো কোনো প্ৰাতিপদিকক বিশেষ্য অথবা বিশেষণ ৰূপলৈ নিয়া হয়।* যেনে—

ভাল— ভালৰি    ফুল— ফুলৰি

চকা— চকৰি    ধূলি— ধূলিয়ৰি

(২) *কোনো প্ৰাতিপদিকক স্ত্রীবাচক বিশেষ্য বা বিশেষণলৈ নিওঁতে অৰী প্ৰত্যয়।* যেনে—

লগ— লগৰী    লাহ্— লাহ্ৰী    বন— বনৰী

(৩) *স্বভাৱ বা বৃত্তি অৰ্থত কোনো প্ৰাতিপদিকৰ পিচত আৰী প্ৰত্যয়।* উদাহৰণঃ

জুৱা— জুৱাৰী    পূজা— পূজাৰী

ভিক্ষা— ভিক্ষাৰী    সোণ— সোণাৰী

— এতিয়া,

(ঘ) অনি প্ৰত্যয়ঃ

এইবুলি খুড়াই ক'লে,

(১) *কিছুমান ধাতুক ভাৱবাচক বিশেষ্যলৈ নিওঁতে অনি প্ৰত্যয়।* উদাহৰণঃ

জিলিক্— জিলিকনি    শিক্— শিকনি    বুজ্— বুজনি

সেইদৰে,

| | | | |
|---|---|---|---|
| জিৰণি | জোটনি | কঁপনি | খোঁচনি |
| জাননি | উজনি | ঘঁহনি | হাগনি |
| আদৰণি | সকীয়নি | গোঁজৰণি | বিবৰণি |
| সোঁৱৰণি | সামৰণি | শুধৰণি | আৰম্ভণি |

জাননি আৰু বিবৰণি শব্দত ঈ-কাৰো প্ৰচলিত; কিন্তু ব্যাকৰণ মতে দুয়োটাতে ই-কাৰ হোৱাহে যুগুত।

পুৰুষবাচক বিশেষ্যাৰ্থতো ধাতুৰ পিচত কেতিয়াবা অনি প্ৰত্যয যোগ হয়। যেনে -

বান্ধ্ — ৰান্ধনি, নাচ্ — নাচনি পাঁচ্ — পাঁচনি

(২) *বিস্তাৰ অৰ্থত প্ৰাতিপদিকৰ পিচত অনি প্ৰত্যয়; যেনে—*

বন— বননি শাক— শাকনি ধান— ধাননি

*সেইদৰে,*

কাঠনি গৰ্ছনি ফুলনি ঘাঁহনি জাৰণি

(৩) *অন্যান্য অৰ্থতো প্ৰাতিপদিকৰ পিচত অনি প্ৰত্যয়ৰ ব্যৱহাৰ আছে। যেনে—*

মাৰ্নানি দূৰ্বণি পাতনি জোৰণি

মাননি শব্দটো মন কৰিবি। বহুতে 'মাননী' বুলি লিখে।

- খুড়া, আপুনি অনি প্ৰত্যয়ান্ত শব্দবোৰ বিশেষ্য বুলি কৈছে। কিন্তু কেতিয়াবা এনে কিছুমান শব্দ দেখোন বিশেষণ ৰূপেও ব্যৱহৃত হয় যেন লাগে। যেনে— উৰ্জনি অসম, জিৰণি ঘৰ, ইত্যাদি।

অকণে মন্তব্য কৰিলে।

- উৰ্জনি, নাৰ্মনি, জিৰ্বণি আদি শব্দবোৰৰ বিশেষণ ৰূপো আছে বুলি কিছুমান লোকে ভাবে আৰু বিশেষণ ৰূপত এইবোৰত ঈ-কাৰ দিব লাগে বুলি কয়। আচলতে তই কোৱা শব্দাৱলী সমাসবদ্ধ শব্দহে- -

উৰ্জনিৰ অসম - উৰ্জনি অসম; নাৰ্মনিৰ অসম = নাৰ্মনি অসম;

শাৰ্কনিৰ বাবে কৰা বাৰী – শাৰ্কনি বাৰী, ধাননিৰে ভৰা পথাৰ – ধাননি পথাৰ;

জিৰ্বণিৰ বাবে সজা ঘৰ – জিৰণি ঘৰ; ইত্যাদি।

- খুড়া, 'আদৰণী ভাষণ', 'আবন্তুণী গীত', 'সামৰণী বক্তৃতা' - এনেকৈ লিখাৰ প্ৰযোজন আছেনে ?

অকণে সুধিলে।

প্ৰযোজন নাই। খুড়াই ক'লে,

-- কাৰণ এইবোৰো সমাসবদ্ধ শব্দ।

আদৰণি জনাওঁতে দিয়া ভাষণ = আদৰ্বণি ভাষণ;

আবন্তুণিতে গোৱা গীত = আৱন্তুণি গীত,

সামৰণিত দিয়া বক্তৃতা = সামৰণি বক্তৃতা;

নিচুকাবলৈ দিয়া বঁটা = নিচুকনি বঁটা;

টোকাৰি বজাই গোৱা গীত = টোকাৰি গীত; ইত্যাদি।

(৩) *যাৰ দ্বাৰা এটা কৰ্ম কৰা যায়, তেনে অৰ্থত কোনো ধাতুৰ পিচত অনি প্ৰত্যয়।* যেনে—

যাৰ দ্বাৰা ছেকা যায়, সি ছেকনি (ছেক্ + অনি);

যাৰ দ্বাৰা বিচা যায়, সি বিচনি (বিচ্ + অনি)।

*সেইদৰে, ঢাকনি, মোৰ্খনি, বোকনি, চালনি*

— কিন্তু খুড়া, আমি দেখোন ৰোকনী আৰু চালনী বানানহে পাইছোঁ।

অকণে মাজতে মাত লগালে।

— যাৰ দ্বাৰা কৰা যায়, এই অৰ্থত একালত অনী প্ৰত্যয় ব্যৱহৃত হৈছিল। কিন্তু 'ৰোকনী' আৰু 'চালনী'— এই শব্দ দুটাৰ বাহিৰে আজি কালি এনেবোৰ শব্দত ই-কাৰহে দিয়া হয়। এনে ৰূপত এই শব্দবোৰে আদৰ্শ অসমীয়া অভিধানতো (যেনে— চন্দ্ৰকান্ত অভিধানত) স্থান পাইছে। গতিকে আখৰ জোঁটনিক এটা নিয়মৰ ভিতৰত ৰাখিব লাগিলে এই শব্দ দুটাতো ই কাৰ দিয়াহে যুগুত।

এই বুলি খুড়াই কৈ গ'ল,

— এতিয়া,

(ঙ) অনী, ইনী, উনী প্ৰত্যয়ঃ

(১) *কোনো কোনো ধাতুত অনী প্ৰত্যয় যোগ হ'লে সাধিত শব্দই বিশেষণ ৰূপ পায়। যেনে—*

লাগ্— লাগনী (গছ) বাঢ়্— বাঢ়নী (পানী)

পাঁচ্— পাঁচনী (ক্ৰিয়া) ব— বোৱনী (তিৰোতা)

মন কৰিবি— বিশেষণ হ'লে 'পাঁচনী'; কিন্তু বিশেষ্য হ'লে (টেকেলা অৰ্থত) 'পাঁচনি'।

— খুড়া, ঝাডু অৰ্থত বাঢ়নী নে বাঢনি ?

অকণে মাজতে সুধিলে।

— ঝাডু অৰ্থতো ঈয়াত ঈ-কাৰ; কাৰণ ই সংস্কৃতৰ 'ৱৰ্ধনী' শব্দৰ অপভ্ৰংশ।

— এই বুলি, খুড়াই পুনৰ ক'বলৈ ধৰিলে,

(২) *কিছুমান পুৰুষবাচক বিশেষ্যক স্ত্ৰীবাচক বিশেষ্যলৈ নিওঁতে অনী প্ৰত্যয়। যেনে —*

ভকত— ভকতনী মাষ্টৰ— মাষ্টৰণী

কুকুৰ— কুকুৰণী ডাক্তৰ— ডাক্তৰণী

সেইদৰে— কুমাৰণী, কমাৰণী, জমাদাৰণী, নাপিতনী।

(৩) *পত্নী অৰ্থতো অনী প্ৰত্যয ব্যৱহৃত হয়। যেনে-—*

বৰুৱাৰ পত্নী = বৰুৱানী, শইকীয়াৰ পত্নী = শইকীয়ানী।

সেইদৰে, হাজৰিকানী, কলিকতানী, ভূঞানী, গোহাঁয়নী।

সংস্কৃত শব্দতো এই অৰ্থত অনী প্ৰত্যয় ব্যৱহৃত হয়। যেনে—

ইন্দ্ৰ- ইন্দ্ৰানী, বৰুণ- বৰুণানী, শিৱ- শিৱানী

(৪) *কিছুমান পুংলিঙ্গ শব্দক স্ত্ৰী লিঙ্গ কৰোঁতে ইনী প্ৰত্যয়। যেনে-—*

বাঘ- বাঘিনী, ভিক্ষাৰী- ভিক্ষাৰিণী,

যখ- যখিনী, দুখ- দুখিনী

তৎসম শব্দতো আমি অসমীয়া ইনী প্ৰত্যয় ব্যৱহাৰ কৰোঁ। যেনে-

পিশাচিনী অনাথিনী সিংহিনী হংসিনী

ৰাক্ষসিনী বিহঙ্গিনী ভুজঙ্গিনী হেমাঙ্গিনী

যদিও সংস্কৃত ৰূপবোৰ হ'ল

| পিশাচী | অনাথা | সিংহী | হংসী |
|---|---|---|---|
| ৰাক্ষসী | বিহঙ্গী | ভুজঙ্গী | হেমাঙ্গী |

(ঙ) *কিছুমান পুংলিঙ্গ শব্দক স্ত্রীলিঙ্গ কৰোঁতে উনী প্ৰত্যয়। যেনে—*

চোৰ- চুৰুণী, ভূত- ভূতুনী, ধোবা- ধুবুনী

— এতিয়া তোক আন কেইটামান প্ৰত্যয়ৰ কথা কওঁ শুন।

এইবুলি খুড়াই কৈ গ'ল,

(চ) ঈয়া, ঈয়, অৰীয়া আদি প্ৰত্যয়ঃ

কোনো প্ৰাতিপদিকৰ (বা কেতিয়াবা ধাতুৰ) পিচত এই প্ৰত্যয়বোৰ লগ লাগিলে সাধিত শব্দই কেতিয়াবা বিশেষণ, বা কেতিয়াবা বিশেষ্য ৰূপ পায়।

উদাহৰণ—

(১) ঈয়া — চহৰীয়া, অসমীয়া, পনীয়া, লুণীয়া।

(২) ঈয় — দেশীয়, ৰাষ্ট্ৰীয়, ইউৰোপীয়, মিচৰীয়।

(ঈয় মূলতঃ এটা সংস্কৃত প্ৰত্যয়)

(৩) অৰীয়া— বনৰীয়া, লগৰীয়া, নাৱৰীয়া, পলৰীয়া।

(৪) অলীয়া— মিছলীয়া, মতলীয়া, গাঁৱলীয়া, দাঁতিকাষৰীয়া।

(৫) অতীয়া— আগতীয়া, তলতীয়া, শেহতীয়া, সাঁচতীয়া।

(৬) ইয়াল— মৰমিয়াল, সাহিয়াল, ৰঙিয়াল, লাগতিয়াল।

(৭) ইয়াৰ — দেখনিয়াৰ, যোগনিয়াৰ, খাটনিয়াৰ, নাচনিয়াৰ।

(৮) আমি — ঠগামি, ভণ্ডামি, গুণ্ডামি, গোঁড়ামি।

(ছ) ই প্ৰত্যয়ঃ

(১) *বহিৰাগত বিশেষ্য বা বিশেষণ শব্দক গুণবাচক বিশেষ্যলৈ নিয়াত ই প্ৰত্যয়।* যেনে -

| | |
|---|---|
| ওস্তাদ- ওস্তাদি | চাকৰ- চাকৰি |
| চয়তান চয়তানি | বাহাদুৰ- বাহাদুৰি |
| গৰিব গৰিবি | দোকানদাৰ- দোকানদাৰি |

সেইদৰে,

| দালালি | চালাকি | দেমাকি | বেইমানি |
|---|---|---|---|
| বদমাচি | ডকাইতি | জালিয়াতি | ওকালতি |

(২) *সৰু বা মৰমৰ অৰ্থ বুজাবলৈ কেতিয়াবা কোনো কোনো শব্দত ই প্ৰত্যয়।* যেনে—

কণমান- কণমানি, গাঁওখন- গাঁওখনি, বস্তি গছ- বস্তি গছি, চুলিটাৰ-চুলিটাৰি

সেইদৰে,

অকণ-অকণি, ধমক-ধমকি, ঘট- ঘটি, তল- তলি, লাথ-লাথি, ডাল-ডালি ইত্যাদি।

(৩) *পৰস্পৰে পৰস্পৰৰ প্ৰতি কৰা কাৰ্য— এনে অৰ্থত কোনো কোনো শব্দ সামান্য পৰিবৰ্তিত ৰূপত দ্বিত্ব হয় আৰু সাধিত শব্দৰ শেষত ই-কাৰ বহে।* উদাহৰণ—

| | | | |
|---|---|---|---|
| খোলাখুলি | মুখামুখি | দেখাদেখি | ভুকুৱাভুকি |
| ধৰাধৰি | মৰামাৰি | জনাজনি | চুলিয়াচুলি |

অৱশ্যে এই 'ই'টোক প্ৰত্যয় বোলা টান।

— এতিয়া,

**(জ) ঈ প্ৰত্যয়ঃ**

এই বুলি খুড়াই ক'বলৈ ধৰিলে,

— সংস্কৃত বা তৎসম শব্দত এই প্ৰত্যয়ৰ ব্যৱহাৰৰ কথা তোক ইতিমধ্যে কৈছোঁ। অন্যান্য শব্দত এই প্ৰত্যয়ৰ ব্যৱহাৰ বহু ধৰণে কৰা হয়। সেইবোৰ মই এটা এটাকৈ কৈ যাওঁ। তই শুনঃ

(১) *পুৰুষৱাচক বিশেষ্য আৰু বিশেষণক ক্ৰমে স্ত্ৰীৱাচক বিশেষ্য আৰু বিশেষণলৈ নিয়াত ঈ প্ৰত্যয়।* উদাহৰণ—

বিশেষ্য শব্দ

মহা- মাহী, জেঠা- জেঠী

বেচেৰা- বেচেৰী শিয়াল- শিয়ালী

সেইদৰে,

খুড়ী, পেহী, বুঢ়ী, বিড়ালী।

বিশেষণ শব্দ

বেঙা- বেঙী, অজলা-আজলী

পগলা- পাগলী, ক'লা- ক'লী

সেইদৰে,

কাণী, বগলী, আকৰী, কাঁজলী

— খুড়া, ছাগলী, ভেকুলী—এইবোৰতো স্ত্ৰীলিঙ্গ শব্দ। এইবোৰৰ পুংলিঙ্গ আছেনে?

অকণে সুধিলে।

— আছে। যেনে—

ছাগ/ ছাগল-ছাগলী ভেক/ ভেকোলা- ভেকুলী

বক- বগলী চিলা- চিলনী

আজিকালি সৰু জন্তু আৰু চৰাইবাচক শব্দবিলাকৰ বহুতৰে পুংলিঙ্গৰ ব্যৱহাৰ কমি আহিছে। স্ত্ৰীলিঙ্গ শব্দটোকে আজিকালি উভয় লিঙ্গ হিচাপে ব্যৱহাৰ কৰা হয়। যেনে- এটা ছাগলী, এজনী ছাগলী; এটা মেকুৰী, এজনী মেকুৰী; এটা কাউৰী, এজনী কাউৰী। অৱশ্যে ব্যতিক্ৰম বহুতো আছে। যেনে—

এটা শালিকা, এজনী শালিকী। এই বিষয়ে পিচত পুনৰ উল্লেখ কৰিম।

(২) *পুলিঙ্গ শব্দক স্ত্রীলিঙ্গ শব্দলৈ নিয়াৰ ক্ষেত্ৰত তৎসম শব্দতো ঈ প্ৰত্যয় ব্যৱহাৰ কৰা হয়।* যেনে—
দেৱ দেৱী, নদ-নদী, কিশোৰ-কিশোৰী, শংকৰ-শংকৰী

এই বিষয়ে তোক ইতিমধ্যে কৈছোঁৱেই।

— খুড়া, শংকৰী মানে কি ? অকণে সুধিলে।

—শংকৰী মানে শংকৰৰ অৰ্থাৎ শিৱৰ পত্নী।

— কিন্তু শংকৰী শব্দটো আমি দেখোন বিশেষণ হিচাপেও ব্যৱহাৰ কৰোঁ। দৃষ্টান্তৰূপে, শ্ৰীমন্ত শংকৰদেৱৰ সাহিত্যক আমি কওঁ 'শংকৰী সাহিত্য'।

অকণে মন্তব্য কৰিলে।

— এইটো শংকৰ শব্দত ঈ প্ৰত্যয়ৰ অপপ্ৰয়োগ। শংকৰৰ বিশেষণ হ'ল শাংকৰ। কিন্তু শাংকৰ বুলিলে সাধাৰণতে শিৱ সম্পৰ্কীয় বা শংকৰাচাৰ্য সম্পৰ্কীয়হে বুজায়। এতেকে শ্ৰীমন্ত শংকৰৰ সাহিত্যক আমি শংকৰ-সাহিত্য বোলাহে যুগুত,যেনেকৈ কবিগুৰু ৰবীন্দ্ৰৰ সাহিত্য= ৰবীন্দ্ৰ-সাহিত্য।

অৱশ্যে স্ত্ৰীবাচক বিশেষণ হিচাপে ঈ প্ৰত্যয়ৰ ব্যৱহাৰ সংস্কৃত ভাষাত আছে। যেনে— জীৱনী শক্তি।

সংস্কৃতত জীৱন শব্দৰ অৰ্থ কেইবাটাও। এটা হ'ল প্ৰাণ (বিশেষ্য), এটা হ'ল প্ৰাণদায়ী (বিশেষণ)। জীৱন মানে আকৌ পানীও বুজায়। ভোলানাথ দাসৰ নাম তোক কৈছোঁ নহয়। তেখেতে এই অৰ্থটোৰ সাৰ্থক প্ৰয়োগ ঘটাইছে তেখেতৰ এটা কবিতাত—

জীৱন অভাৱে মীন
কৰেযেন ছটফট অন্ধকাৰ কূপে।

জীৱনৰ বিশেষণাত্মক অৰ্থটোলৈ আহোঁ। জীৱন মানে প্ৰাণদায়ী আৰু জীৱনী মানে প্ৰাণদায়িনী। গতিকে জীৱনী শক্তি মানে প্ৰাণদায়িনী শক্তি।

— খুড়া, জীৱনী মানে আমি দেখোন জীৱন চৰিতো বুজোঁ।

অকণে মন্তব্য কৰিলে।

— জীৱন চৰিত্ৰ বা জীৱন চৰিত অৰ্থত জীৱনী শব্দৰ প্ৰয়োগ অৰ্বাচীন। সংস্কৃত ভাষাত জীৱনী শব্দৰ এনে কোনো অৰ্থ নাই, আমাৰ অসমীয়া ভাষাতো নাছিল। প্ৰাচীন কালত জীৱনী পুথিক আমাৰ ভাষাত চৰিত পুথি বুলিহে কোৱা হৈছিল। জীৱন চৰিত অৰ্থত জীৱনী শব্দটো বাংলা ভাষাৰ পৰা আমাৰ ভাষালৈ আহিছে।

— খুড়া, জীৱনী শক্তিৰ দৰে সৃজনী শক্তিও হৈছে, নহয়নে ?

অকণে সুধিলে।

— সৃজনী শব্দটোৰ বিষয়ে অলপ ক'বলগীয়া আছে। সংস্কৃত ব্যাকৰণ মতে সৃজ্ ধাতুত অনট্ প্ৰত্যয় যোগ হ'লে সাধিত শব্দটো সৃজন নহয়, হয়গৈ সৰ্জন। কিন্তু সৃজন শব্দৰ ব্যৱহাৰ সংস্কৃত ভাষাতে আছে। সৰ্জন বা সৃজন শব্দটোৰ অৰ্থ হ'ল সৃষ্টি। ই বিশেষণ পদ নহয়, তদুপৰি এই শব্দৰ স্ত্ৰীলিঙ্গও নাই। গতিকে, সৃজনী শক্তি বুলি নকৈ সৃজনৰ শক্তি অৰ্থাৎ সৃজন- শক্তি বুলি কোৱাহে ভাল।

মন কৰিবি, সংস্কৃতৰ সৃজ্ ধাতুটো আমাৰ অসমীয়াত স্ৰজ্ আৰু চৰ্জ্ হৈছেগৈ। 'জগতখন ঈশ্বৰে স্ৰাজিছে (বা চৰ্জিছে)— আমি অসমীয়াত এনেদৰে কওঁ।

পুনৰ ঈ প্ৰত্যয়ৰ কথালৈ আহোঁ।

(৩) *ই-কাৰান্ত পুংলিঙ্গ শব্দ কিছুমানক স্ত্ৰীবাচক কৰিবলৈয়ো ঈ প্ৰত্যয়।* যেনে—

পোৱালি- পোৱালী     ৰান্ধনি-ৰান্ধনী

নাচনি- নাচনী     খুলশালি-খুলশালী

কথকি- কথকী     সখি- সখী।

(৪) *কোনো শব্দক বিশেষ্য ৰূপৰ পৰা বিশেষণ ৰূপলৈ নিয়াত ঈ প্ৰত্যয়।*

উদাহৰণ—

**বহিৰাগত শব্দ**

খৰচ- খৰচী     দৰদ- দৰদী     দাগ- দাগী

হিচাব- হিচাবী     জাহাজ- জাহাজী     জেদ- জেদী

সেইদৰে,

| | | | |
|---|---|---|---|
| গোলামী | বেচমী | চাহেবী | বিলাতী |
| নবাবী | কিতাবী | জৰুৰী | হাকিমী |
| দৰবাৰী | চৰকাৰী | বুনিয়াদী | কাৰিকৰী |
| ফৰিয়াদী | ফৌজদাৰী | মেহনতী | তৈয়াৰী |

**তৎসম, তদ্ভৱ, দেশী শব্দ**

| | | | |
|---|---|---|---|
| নামী | দামী | ফেটী | অসমী |
| আকাশী | প্ৰভাতী | জোনাকী | দীঘলী |
| বিধৰমী | উদ্বোধনী | নিমন্ত্ৰণী | নিৰ্বাচনী |

(৫) *ই-কাৰান্ত শব্দ কিছুমানক বিশেষ্য ৰূপৰ পৰা বিশেষণ ৰূপলৈ নিওঁতে ঈ প্ৰত্যয়।* যেনে—

ৰপ্তানি (কৰা) -ৰপ্তানী (দ্ৰব্য)

গোলামি (কৰা)-গোলামী (মনোবৃত্তি)

ডাক্তৰি (কৰা) -ডাক্তৰী (বিদ্যা)

কবিৰাজি (কৰা)-কবিৰাজী (ঔষধ)

কিন্তু চিনাকি (হোৱা) -চিনাকি (মানুহ)

(৬) *বাসী, ভাষী আদি অৰ্থত ঈ প্ৰত্যয়।*     উদাহৰণ—

নেপাল- নেপালী     মাৰোৱাৰ- মাৰোৱাৰী

বিহাৰ- বিহাৰী     গুজৰাট- গুজৰাটী

সেইদৰে,

| | | | |
|---|---|---|---|
| কানাড়ী | মাৰাঠী | মাদ্ৰাজী | পঞ্জাবী |
| জাপানী | বঙালী | আৰবী | ইৰাকী |
| ইংৰাজী | হিন্দুস্থানী | পাকিস্তানী | ইজৰায়েলী |

মন কৰিবি- বাসী অৰ্থত 'পঞ্জাবী', কিন্তু পৰিধেয় অৰ্থত 'পঞ্জাবি'। তদুপৰি, 'বঙালী মানুহ'; কিন্তু 'বঙলা ভাষা' বা 'বাংলা ভাষা।'

— খুড়া, আপুনি ক'লে, আৰবী, ইৰাকী। কিন্তু আৰবি, ইৰাকি বানানো পাইছোঁ যেন লাগে।

অকণে মাজ৲ত মাত লগালে।

—— এয়া বাংলা ভাষাৰ প্ৰভাৱ। আজিকালি প্ৰত্যয়যুক্ত হওক বা নহওক, বাংলা ভাষাত বিদেশাগত সকলো শব্দই ই-কাৰান্ত। কিন্তু বাংলাভাষী লোকে যিহকে কৰে, তাকে শিলৰ ৰেখা বুলি মানি লোৱাৰ কাৰণ নেদেখোঁ।

(৭) *কিহবাৰে সজা বস্তু— এই অৰ্থতো কেতিয়াবা ঈ প্ৰত্যয়। যেনে—*

কাঁহেৰে সজা (থাল) – কাঁহী; তুলাৰে বনোৱা (গাদী) = তুলী; বাঁহেৰে সজা (বাদ্যযন্ত্ৰ) = বাঁহী

—- তেনেদৰে, কাঠেৰে সজা = কাঠী।

অকণে মন্তব্য কৰিলে।

—- বহুতে এনেকৈ কয়। কিন্তু কাঠী শব্দটো আচলতে আহিছে সংস্কৃতৰ 'কাষ্ঠিকা' শব্দৰ পৰাঁ। সেই ফালৰ পৰা আমি 'কাঠী'ৰ সলনি 'কাঠি'হে লিখা উচিত।

(৮) *ব্যৱসায়ী, বৃত্তিধাৰী আদি কৰ্মবাচক অৰ্থত কোনো বিশেষ্যত ঈ প্ৰত্যয়। যেনে—*

দোকান দিওঁতা = দোকানী বেপাৰ কৰোঁতা= বেপাৰী

কাৰ্কতি লিখোঁতা= কাকতী ' তামোল কটা কাম কৰোঁতা= তামুলী

তেনেদৰে-- চিকাৰী, দুৱৰী, তেলী, মালী।

ঈ প্ৰত্যয়ান্ত নহ'লেও এনেবোৰ শব্দ সচৰাচৰ ঈ-কাৰান্ত। যেনে—-

| | | | |
|---|---|---|---|
| চৌধুৰী | পাটোৱাৰী | কটকী | কেৰাণী |
| চিপাহী | খালাচী | বাবুৰ্চী | মহৰী |

— খুড়া, তামূলী নে তামুলী ?

অকণে সুধিলে।

— তামোল শব্দটো আহিছে সংস্কৃতৰ 'তাম্বূল' শব্দৰ পৰা। সেই ফালৰ পৰা 'তামূলী' হোৱাই সংগত। কিন্তু বিকল্প বানান হিচাপে 'তামুলী' বানানো শুদ্ধ বুলি ধৰা উচিত।

—- খুড়া, আৰু এটা কথা সোধোঁ। আপুনি ক'লে 'কাকতী'। কিন্তু 'কাকতি' শব্দও দেখোন পাওঁ। কোনটো শুদ্ধ—কাকতী নে কাকতি ?

—- এইটো ডাঙৰ প্ৰশ্ন কৰিছ। ভাষাৰ ওজা স্বয়ং বাণীকান্তই তেওঁৰ উপাধি লিখিছিল 'কাকতি'। তথাপি বৃত্তি অৰ্থত, মই ভাবোঁ, আমি 'কাকতী' শব্দহে ব্যৱহাৰ কৰা উচিত।

তেনেদৰে, 'চৌধুৰী' শব্দটো। বিহগী কবি ৰঘুনাথৰ উপাধি আছিল 'চৌধাৰী'। কিন্তু আমি সচৰাচৰ 'চৌধুৰী'হে লিখোঁ।

— খুড়া, উপাধিৰ কথা ওলোৱাত আৰু এটা উপাধিলৈ মোৰ মনত পৰিছে। কন্দলী উপাধিধাৰী কেইবাগৰাকীও ব্যক্তিৰ নাম অসমীয়া সাহিত্যৰ বুৰঞ্জীত পাইছোঁ।

যেনে— মাধৱ কন্দলী, মহেন্দ্ৰ কন্দলী, অনন্ত কন্দলী। কোনটো বানান শুদ্ধ — কন্দলি নে কন্দলী ?

— এইটোও বেছ ডাঙৰ প্ৰশ্ন। এই শব্দটোৰ বিষয়ে তোক অলপ বহলাই কওঁ শুন। সংস্কৃতত 'কন্দল' নামৰ এটা শব্দ আছে। ইয়াৰ ভালেমান অৰ্থৰ ভিতৰত এটা হ'ল বাগযুদ্ধ। কিন্তু বাগযুদ্ধ কৰোঁতা অৰ্থত কন্দলী (কন্দলিন্) শব্দ সংস্কৃতত নাই।

সংস্কৃতত কন্দলী শব্দৰ অৰ্থ কদলী। কদলী মানে কি নিশ্চয় জান।

— জানো খুড়া, কদলী মানে কল। 'সুফল কদলী, সুতিৰী ফেদেলী।'

— বেছ। বাগযুদ্ধ কৰোঁতা অৰ্থত কন্দলী শব্দ সংস্কৃতত নাই। কিন্তু অলপ আগতে তোক কৈছোঁ, —বৃত্তি অৰ্থত আমি ঈ প্ৰত্যয় ব্যৱহাৰ কৰোঁ। গতিকে বাগবৃত্তিৰ দ্বাৰা জীৱিকা উলিওৱা পণ্ডিত মানুহ- এই অৰ্থত 'কন্দলী' বানানহে সাৰ্থক।

— খুড়া, সাহিত্যৰ কথা ওলোৱাত আৰু এটা শব্দ মনলৈ আহিছে। কওকচোন, লিখক নে লেখক ?

— শুদ্ধ বানান 'লেখক'। সংস্কৃত 'লিখ্' নামৰ এটা ধাতু আছে। ইয়াৰ লগত অক (ণ্বুল) নামৰ এটা কৃৎ প্ৰত্যয় যোগ হৈ 'লেখক' শব্দটো হৈছে। ৰচনাকাৰ অৰ্থত লিখক বুলি কোনো শব্দ নাই। লিখ্ ধাতুৰ পৰা আহিছে লিখা, লিখিত, লিখন, উল্লিখিত আদি শব্দবিলাক। মন কৰিবি — উল্লিখিত, কিন্তু উল্লেখ; সেইদৰে লিখোঁতা, কিন্তু লেখক।

ৰচনা কৰা বা লিখা অৰ্থত লেখিছোঁ, লেখিম — এইদৰে নিলিখিবি। আমি লেখ্ ধাতু ব্যৱহাৰ কৰোঁ গণনা অৰ্থত। যেনে— 'সি আঙুলিৰ পাৰত এক দুই লেখে', বা 'দেখিলেহে লেখিম।' সেইদৰে 'লেখত ল'বলগীয়া'। ইয়াৰ অৰ্থ লিখা কামত ল'বলগীয়া নহয়, গণনাত (গণ্তিত) ল'বলগীয়া।

— খুড়া, 'লেখনী' শব্দটোৰ বিষয়ে অলপ ক'ব নেকি ?

অকণে সুধিলে।

— সংস্কৃতত 'লেখনী' মানে যিহেৰে লিখা যায়, অৰ্থাৎ কাপ বা কলম। আজিকালি আমাৰ ভাষাত 'ৰচনা' অৰ্থত এই শব্দটোৰ বেছ প্ৰচলন হৈছে। ই লেখনী শব্দৰ অপপ্ৰয়োগ। ৰচনা অৰ্থত আমি ব্যৱহাৰ কৰা উচিত 'লিখনি' শব্দহে। অন্ আৰু অনি নামৰ দুটা অসমীয়া তদ্ধিত প্ৰত্যয় আছে। অনি প্ৰত্যয়ৰ কথা তোক ইতিমধ্যে কৈছোঁৱেই। কোনো ধাতু বা শব্দক গুণবাচক বিশেষ্য কৰিবলৈ এই প্ৰত্যয় দুটা ব্যৱহাৰ কৰা হয়। যেনে—

সামৰ- সামৰণ, সামৰণি। একেদৰে, লিখ্- লিখন, লিখনি। শব্দ দুটাৰ ব্যৱহাৰৰ উদাহৰণ—'কপালৰ লিখন,' আপোনাৰ লিখনি'।

ৰচনা অৰ্থত 'লেখা' শব্দও ব্যৱহৃত হয়। যেনে— 'তোমাৰ লেখাখিনি বেছ ভাল হৈছে' (কিন্তু 'তুমি বেছ ভাল লিখিছা'।)

— খুড়া, কোনো শব্দৰ পিচত কেতিয়াবা লিখা হয় গিৰি, কেতিয়াবা গিৰী। কোনটো শুদ্ধ — গিৰি নে গিৰী ?

অকণে পুনৰ সুধিলে।

— দুয়োটা শব্দই শুদ্ধ; কিন্তু বেলেগ বেলেগ অৰ্থত। বৃত্তি অৰ্থত কোনো কোনো শব্দৰ পিচত গিৰি শব্দ লগ লাগে।

যেনে—

বাবুগিৰি গুৰুগিৰি দাদাগিৰি

কেৰাণীগিৰি চামচাগিৰি পাটগিৰি

এই 'গিৰি' এটা ফাৰ্চী প্ৰত্যয়; ই সংস্কৃতৰ 'পৰ্বত' অৰ্থৰ গিৰি নহয়।

'গিৰী' শব্দটো আকৌ ব্যৱহৃত হয় মালিক অৰ্থত। যেনে—

ডেকাগিৰী বৰগিৰী অম্বিকাগিৰী ভৰগিৰী

'গিৰী' শব্দটো সংস্কৃতৰ 'গৃহী' শব্দৰ অপভ্ৰংশ।

— এইখিনিতে আৰু দুটা শব্দ মোৰ মনত পৰিছে। খুড়াই ক'লে.

— শব্দ দুটা হ'ল 'কাৰ' আৰু 'কৰ'। কৰোঁতা অৰ্থত তৎসম শব্দৰ পিচত 'কাৰ' আৰু দিওঁতা অৰ্থত তৎসম শব্দৰ পিচত 'কৰ' যুক্ত হয়। উদাহৰণ-

গ্ৰন্থকাৰ নাট্যকাৰ গীতিকাৰ প্ৰবন্ধকাৰ

কুম্ভকাৰ স্বৰ্ণকাৰ ৰথকাৰ চৰ্মকাৰ

কিন্তু,

সুখকৰ দুখকৰ মধুকৰ প্ৰভাকৰ

ভয়ংকৰ ক্ষয়ংকৰ দীপংকৰ শুভংকৰ

'দীপংকৰ' শব্দটো মন কৰিবি। আজিকালি বহুতে 'দীপাংকৰ' লিখা কৰিছে। দীপাঙ্ক, কিন্তু দীপংকৰ।

আনহাতে, 'কৰ' (গৰ্) নামৰ এটা ফাৰ্চী প্ৰত্যয়ো আছে। আৰবী-ফাৰ্চী শব্দৰ পিচত কৰোঁতা অৰ্থত এই প্ৰত্যয় সচৰাচৰ যুক্ত হয়। যেনে—

কাৰিকৰ বাজীকৰ যাদুকৰ

এই প্ৰত্যয়ৰ প্ৰভাৱত স্বৰান্ত তৎসম শব্দৰ পিচতো 'কৰ' শব্দ কাচিৎ যুক্ত হোৱা দেখা যায়। যেনে— চিত্ৰকৰ। 'চিত্ৰকৰ', 'চিত্ৰকাৰ'— উভয় বানান শুদ্ধ।

— খুড়া, 'মঙ্গেশকাৰ', নে 'মঙ্গেশকৰ'?

অকণে সুধিলে।

— মঙ্গেশকৰ। একে ধৰণে অম্বেডকৰ, পাণিক্কৰ, গাৱস্কৰ। মন কৰিবি— আম্বেদকাৰ নহয়, অম্বেডকৰ। গাভাস্কাৰ নহয়, গাৱস্কৰ।

এতিয়া,

## প্ৰত্যয়বিহীন তদ্ভৱ আৰু দেশজ শব্দত ই-কাৰ আৰু ঈ-কাৰ

এই বুলি খুড়াই কৈ গ'ল—

— তদ্ভৱ আৰু দেশজ শব্দত ই-কাৰ আৰু ঈ-কাৰক লৈ আমাৰ ভাষাত বেমেজালি খুব বেছি। দুটামান নিয়ম বান্ধি ল'লে এই বেমেজালি আঁতৰোৱাত সুবিধা হয়। নিয়মকেইটা হ'ল—

(১) যিবোৰ শব্দ ঈ, ইনী, অনী আদি ঈ-কাৰান্ত প্ৰত্যযযুক্ত নহয়;
(২) যিবোৰ শব্দ স্ত্ৰী বাচক নহয়;
(৩) যিবোৰ শব্দ বিশেষণ নহয;
(৪) যিবোৰ শব্দৰ মূল সংস্কৃত ৰূপটোত ঈ-কাৰ নাই;
(৫) যিবোৰ শব্দ ঈ কাৰান্ত হিচাপে আমাৰ ভাষাত সুপ্ৰতিষ্ঠিত নহয়;
(৬) যিবোব শব্দত ঈ-কাৰ হোৱাৰ সপক্ষে ওপৰৰ এটা যুক্তিও নাখাটে;

— সেই সকলোবোৰতে আমি ই-কাৰ ব্যৱহাৰ কৰা উচিত। নিয়মকেইটাৰ গোটাচেৰেক উদাহৰণ তোক দিওঁ। তেতিয়া তোব বুজিবলৈ সুবিধা হ'ব।

(ক) কাঁহী, তুলী, দোকানী, পূজাৰী, বাঢনী

— এনেবিলাক শব্দত ঈ-কাৰ; কাৰণ এইবিলাক ঈ কাৰান্ত প্ৰত্যয়যুক্ত শব্দ।

(খ) তিৰী, পৰী, ফেদেলী, মাইকী, চেনেহী

— এনেবিলাক শব্দত ঈ কাৰ; কাৰণ এইবিলাক স্ত্ৰীলিঙ্গ শব্দ।

(গ) খাদী, পকী, খালী, চহকী, বিলাহী, সজাঁতী—

— এনেবিলাক শব্দ ঈ-কাৰ; কাৰণ এইবোব বিশেষণ।

(ঘ) জেঠী, চকী, পখী, ছুৰী, কটাৰী, সেউতী, কেতেকী, কবৰী

— এইবোৰতো ঈ কাৰ; কাৰণ এইবিলাকৰ মূল শব্দবিলাক ঈ-কাৰান্ত (জ্যেষ্ঠী, চতুষ্কী, পক্ষী, ছুৰী, কৰ্তৰী, সেৱতী, কেতকী।)

(ঙ) কণী, বেজী, ঠগী, বাৰী, চিঞাহী, ববশী, পুখুৰী, আলহী

— এইবিলাক শব্দত ঈ কাব; কাবণ এইবিলাক ঈ-কাবান্ত হোবাৰ সপক্ষে বিশেষ যুক্তি নাথাকিলেও সুদীৰ্ঘ কাল ধৰি এইবিলাকত ঈ কাব লিখা হৈ আহিছে।

(চ) কাঠি, যাঠি, পাটি, মাখি, শেৱালি, কুঁৱলি, তেঁতেলি, উৰহি

—এইবোৰত ই কাৰ; কাবণ এইবোবৰ মূল সংস্কৃত শব্দবিলাক ই কাবান্ত (কাষ্ঠিকা, যষ্টি, পট্টিকা, মক্ষি, শেফালিকা, কুহেড়িকা, তিন্তিলিকা, উৰসি।)

(২) সৰু জন্তু আৰু চৰাইবাচক শব্দবিলাকত স্ত্ৰী বাচক (ঈ-কাবান্ত) ৰূপটোৱেই সচবাচৰ ব্যৱহৃত হয় যদিও ওকণি, নিগনি, গাহৰি, কুলি, শৰালি, বাদুলি, আমৰলি আদি শব্দবিলাকত ই-কাৰ। কাৰণ, এইবিলাক ই-কাবান্ত শব্দ হিচাপে প্ৰতিষ্ঠিত। তদুপৰি ওকণি, নিগনি আদি শব্দবিলাক আমি স্ত্ৰীলিঙ্গাৰ্থত ব্যৱহাৰ নকৰোঁ। অৰ্থাৎ 'এজনী ওকণি', 'এজনী নিগনি' বুলি আমি নকওঁ।

(৩) কিছুমান শব্দত ঈ-কাৰ দিয়াৰ সপক্ষে যুক্তি নাথাকিলেও সেইবোৰ ঈ-কাৰ দিয়া হয়; অথচ তেনে বানান সুপ্ৰতিষ্ঠিত বুলিও ক'ব নোৱাৰি। তেনেবোৰ শব্দত আমি ই-কাব চলাবলৈ চেষ্টা কৰা উচিত। তেনে কেতবোৰ শব্দ হ'ল—

| | | | |
|---|---|---|---|
| পুঠী | ঢেঁকী | ভেণ্ডী | ভাটী |
| উবহী | বগৰী | চেঙেলী | চানেকী |
| পুতলী | কিৰীলি | টোকাৰী | কেবাহী |

**কেতবোৰ ই-কাৰান্ত শব্দ**

| | | | |
|---|---|---|---|
| আহুদি | কাহুদি | এছাবি | কান্ধুলি |

| | | | |
|---|---|---|---|
| কুঠৰি | কেঁতুৰি | খুবলি | কোঠালি |
| খৰাহি | চুপহি | চানেকি | গোহালি |
| চুবুৰি | টাকুৰি | ধুন্দুলি | বাৱৰি |
| বটালি | বৰালি | বাকলি | পিৰালি |
| যুৱলি | লেচাৰি | হাতুৰি | হালধি |

এতিয়া, তোক

**প্ৰত্যয়বিহীন বিদেশী শব্দত ই-কাৰ আৰু ঈ-কাৰ** সম্পৰ্কে কিছু কথা কওঁ শুন।

এই বুলি খুড়াই ক'লে,

(১) বিদেশী ভাষাৰ পৰা অহা প্ৰায় প্ৰতিটো শব্দৰ আৰম্ভণিত, মাজত, আৰু শেষতো ই-কাৰ। উদাহৰণ—

| | | | |
|---|---|---|---|
| কামিজ | তাৰিফ | বিদায় | চেমিজ |
| নিলাম | চহিচ | দলিল | জৰিপ |
| টেনিচ | পুলিচ | পিষ্টল | পিষ্টন |
| মুচাফিৰ | মোকাবিলা | জৰিয়তে | জৰিমনা |
| তহচিল | ওৱাচিল | কৈফিয়ৎ | কবুলিয়ৎ |
| ফাৰ্মাচি | চিগ্নেল | বাল্টি | হৰ্চপিটেল |

(আৰম্ভণিত আৰু মাজত ই-কাৰ)

| | | | |
|---|---|---|---|
| ধুতি | চিঠি | গুলি | কুঠি |
| লুঙি | মিস্ত্ৰি | খিৰিকি | ইস্ত্ৰি |
| তামাদি | বদলি | নাৰ্চাৰি | লটাৰি |
| আমদানি | ৰপ্তানি | খোচামতি | কেৰামতি |
| ফুলদানি | ফুলজাৰি | জবৰদস্তি | আলমাৰি |

(শেষত ই-কাৰ)

বহুতে 'গৰীব' লিখে। কিন্তু 'গৰিব' বানানহে লিখা উচিত।

(২) কেতবোৰ বিদেশী শব্দ ঈ-কাৰান্ত হিচাপে সুপ্ৰতিষ্ঠিত। সেইবোৰত ঈ-কাৰ। যেনে—

| | | | | |
|---|---|---|---|---|
| চহী | গাড়ী | মীনা | ঘড়ী | তীৰ (কাঁড) |
| বাকী | বাগী | ছুটী | জৰী | পীৰ |

(৩) কিছুমান বিদেশী শব্দত ঈ-কাৰ দিয়া হয়; কিন্তু তেনে বানান সুপ্ৰতিষ্ঠিত নহয়। বিশেষণ আৰু স্ত্ৰীবাচক নহ'লে এই শব্দবোৰত ই-কাৰ দিয়াই ভাল। নহ'লেও সম্প্ৰতি উভয় বানানকে শুদ্ধ বুলি ধৰি লোৱা উচিত।

এনে কেতবোৰ শব্দ হ'ল—

| | | | |
|---|---|---|---|
| টুপী | কেচী | যীশু | ৰচী |
| লাঠী | কাজী | চকী (পৰ দিয়া ঠাই) | গাদী |
| দৰ্জী | মীৰ্জা | গ্ৰীক | গীৰ্জা |

কাছাৰী ছাউনী কোম্পানী মৌলবী
জানুৱাৰী ফেব্রুৱাৰী খুচী মুচী

— এতিয়া, তোক দুখনমান শব্দ তালিকা দিওঁ।

এইবুলি খুড়াই অকণক তলৰ তালিকাকেইখন দিলে আৰু সেই দিনালৈ আলোচনা সামৰিলে।

**একে উচ্চাৰণৰ, কিন্তু ভিন্ন ই-কাৰ, ঈ-কাৰ যুক্ত শব্দ**

আস্তিক (ঈশ্বৰ বিশ্বাসী) --- আস্তীক (এজন মুনিৰ নাম)
এৰি (এৰ্ ধাতুৰ অসমাপিকা ৰূপ) --- এৰী (এবিধ পলু আৰু তাৰ পৰা হোৱা সূতা আদি)
কড়ি (এবিধ সৰু শামুক) — কৰী (হাতী)
কলি (এটা যুগ, কুমলীয়া গুটি, ইত্যাদি) --- ক'লী (ক'লাৰ স্ত্রীলিঙ্গ)
কাজি (মুছলমানসকলৰ ধর্মীয় বিচাৰক) --- কাজী (পাকৈত তিৰোতা)
কানি (কাপোৰ, আফিং) — কাণী (অন্ধ তিৰোতা)
কাঁহি (কাঁহ্ ধাতুৰ অসমাপিকা ৰূপ) — কাঁহী (কাঁহেৰে সজা থালি)
কৃতি (কার্য) --- কৃতী (কৃতকর্মা)
খৰচি (মাৰি) (সম্যকৰূপে) — খৰচী (খৰচ সাধ্য)
গণ্ডি (চৌহদ) -- গণ্ডী/গাণ্ডি (ধনু)
গিৰি (পর্বত, এটা বিদেশী প্রত্যয়) - গিৰী (গৰাকী)
ঘাটি (কম, গোট খোৱা ঠাই) --- ঘাতী (বধ কৰোঁতা)
চিন (চিহ্ন) — চীন (এখন দেশ)
চকি (পৰ দিয়া ঠাই) -- চকী (এবিধ আসন)
ছুটি (ঢাপলি, চেঁকুৰ) — ছুটী (কামৰ পৰা সাময়িক অৱসৰ)
চেকনি (এছাৰি) — ছেকনী, ছেকনি (ছেকা সঁজুলি)
জালি [চিত্রাদি কটা (ধাতৱ পদার্থ)] — জালী [পূৰঠ নোহোৱা (ফল)]
টিকা (তিলক, ঔষধ প্রযোগ) — টীকা (ব্যাখ্যা, ভাষ্য)
ঠগি (ঠগ্ ধাতুৰ অসমাপিকা ৰূপ) — ঠগী (থাপনা)
তলি (তলৰ অংশ) — তলী (স্থলী)
তুলি (দাঙি) — তুলী (তুলা ভৰোৱা ডাঙৰ গাদী)
দিন (দিবস) — দীন (দুখীয়া)
দ্বিপ (হাতী) — দ্বীপ (পানীৰে আগুৰা ভূখণ্ড)
ধ্বনি (শব্দ) — ধনী (চহকী)
পকি (পক্ ধাতুৰ অসমাপিকা ৰূপ) — পকী (ইটা আদিৰে নির্মিত)
পৰিক্ষিৎ (মহাভাৰতত উল্লিখিত এজন ৰজা) — পৰীক্ষিত (পৰীক্ষাসিদ্ধ)
পাণি (হাত) — পানী (জল)
পিত (পিত্ত, সাহ) — পীত (হালধীয়া)

| | | |
|---|---|---|
| পিন (আলপিন) | — | পীন (স্থূল, ডাঙৰ) |
| ফণি (মূৰ আঁচোৰা সঁজুলি) | — | ফণী (সাপ) |
| বলি (নৈবেদ্য, বাৰ্ধক্যৰ বাবে হোৱা ছালৰ কোঁচ, এজন দৈত্যৰ নাম) | — | বলী (বলৱান) |
| বাকি (ঢালি দি) | — | বাকী (উঠনা, অৱশিষ্ট) |
| বাগি (চাতুৰি) | — | বাগী (এবিধ বাহন) |
| বাঝি (পণ) | — | বাঁজী (বন্ধ্যা তিৰোতা) |
| বানি (কাপোৰৰ পথালি দিশ) | — | বাণী (বাক্য, বচন) |
| বাৰি (পানী) | — | বাৰী (ঘৰৰ পিচফালৰ গছ-গছনি থকা ঠাই) |
| বালি (বলুকা) | — | বালী (কিষ্কিন্ধ্যাৰ ৰজা) |
| ভৰণি (অনাহক ব্যয়) | — | ভৰণী (এটা নক্ষত্ৰপুঞ্জ) |
| মহিষ (ম'হ) | — | মহীশ (পৃথিৱীশ্বৰ) |
| মুচি (কঁঠালৰ কলি) | — | মুচী (চৰ্মকাৰ) |
| লিখনি (ৰচনা) | — | লেখনী (কলম) |
| শালি (এবিধ ধান) | — | শালী (যুক্ত, বিশিষ্ট) |
| শিল (প্ৰস্তৰ) | — | শীল (আচৰণ, সৎ চৰিত্ৰ) |
| সাৰি (সাৰ্ ধাতুৰ অসমাপিকা ৰূপ) | — | শাৰী (শ্ৰেণী) |
| সিটা (বস চেপি উলিওৱা জাবৰ) | — | সীতা (ৰামৰ পত্নী) |

উচ্চাৰণৰ কিছু মিল থকা কিন্তু, ভিন্ন ই-কাৰ, ঈ-কাৰ যুক্ত শব্দ

| | |
|---|---|
| অগ্ৰিম, কিন্তু উদ্‌গ্ৰীৱ | অদ্ৰি, কিন্তু মাদ্ৰী |
| আশীৰ্বাদ, কিন্তু শুভাশিস | কিৰীটী, কিন্তু কীৰ্তি |
| ক্ৰিয়া, কিন্তু ক্ৰীড়া | গৰিষ্ঠ, কিন্তু গৰীয়সী |
| চাৱনি, কিন্তু ছাউনী/ছাউনি | চিকিৎসা, কিন্তু বীভৎস |
| চিতা, কিন্তু ভীতা | চিন, কিন্তু মীন |
| চিঠি, কিন্তু বীথি | চিলা, কিন্তু লীলা |
| দ্বিজ, কিন্তু বীজ | প্ৰিয়া, কিন্তু প্ৰীতি |
| বিষাণ, কিন্তু ভীষণ | মুখী, কিন্তু মুখামুখি |
| লিপ্ত, কিন্তু দীপ্ত | শিখৰ, কিন্তু তীখৰ |
| শইকীয়া, কিন্তু নাইকিয়া | শিখা, কিন্তু তীখা |

ভুল হ'ব পৰা দুটামান ঈ-কাৰান্ত শব্দ

| | | | |
|---|---|---|---|
| বীথিকা | প্ৰতীচী | বীজল | কিৰীটী |
| সমীচীন | অৰ্বাচীন | মৰীচিকা | বিভীষিকা |
| কণীনিকা | পিপীলিকা | জিগীষা | মনীষা |

গৰীয়সী ভাগীৰথী সকীয়নি হৰীতকী

**উভয় বানান শুদ্ধ হোৱা কিছুমান তৎসম শব্দ**

অন্তৰিক্ষ— অন্তৰীক্ষ
অৱণি— অৱণী
অৱনি— অৱনী
কাকলি— কাকলী
কালিয়— কালীয়
কুটিৰ— কুটীৰ
কুশিলক— কুশীলক
চিৎকাৰ— চীৎকাৰ
তৰি— তৰী
দম্পতি— দম্পতী
অলি— অলী (ভোমোৰা)
আৱলি— আৱলী
কিঙ্কিণি— কিঙ্কিণী
কিংবদন্তি— কিংবদন্তী
গণ্ডি— গণ্ডী
গাণ্ডিৱ— গাণ্ডীৱ
গ্ৰহণি— গ্ৰহণী
তৰণি— তৰণী
ত্ৰুটি— ত্ৰুটী
ধমনি— ধমনী
নাড়ি— নাড়ী
নিহাৰ— নীহাৰ
পেশি— পেশী
প্ৰতিকাৰ— প্ৰতীকাৰ
বেদি— বেদী
ভ্ৰূকুটি— ভ্ৰূকুটী
লহৰি— লহৰী
সূচি— সূচী
পদবি— পদবী
বল্মিক— বল্মীক
বেদি— বেদী
ভঙ্গি— ভঙ্গী
ভেৰি— ভেৰী
মঞ্জৰি— মঞ্জৰী
শ্ৰেণি— শ্ৰেণী
সৰণি— সৰণী

# দ্বিতীয় পাঠ
## উ, ঊ-ৰ কথা

---- শ্ৰীমন্ত শংকবদেৱৰ এফাকি কবিতাৰে আজিৰ আলোচনা আবম্ভ কৰোঁহঁক।

এই বুলি খুড়াই গাই গ'ল,

চৰণ- পদ্মত বাজে  
ৰত্নৰ নূপুৰ।  
চাৰু চতুৰ্ভুজে জ্বলে  
কঙ্কণ-কেয়ূৰ॥

— মন কৰিছনে ? কবিতাফাকিত উ-কাৰযুক্ত শব্দ তিনিটা আৰু ঊ-কাৰযুক্ত শব্দ দুটা। কিছুমান শব্দত আমি উ-কাৰ দিওঁ, কিছুমানত আকৌ ঊ-কাৰ।

উ হ'ল 'হ্ৰস্ব উ'; ইয়াৰ উচ্চাৰণ চুটি। আনহাতে ঊ হ'ল 'দীৰ্ঘ ঊ'; ইয়াক অলপ দীঘলকৈ উচ্চাৰণ কৰিব লাগে। কিন্তু উ আৰু ঊ-ৰ মাজত উচ্চাৰণৰ এনে প্ৰভেদ সংস্কৃত ভাষাত থাকিলেও আমাৰ ভাষাত নাই। গতিকে এই বৰ্ণযুক্ত শব্দ দুটা লিখোঁতে আমাৰ কেতিয়াবা খেলিমেলি লাগে। আজি উ, ঊ-ৰ বিষয়ে দুটামান কথা কওঁ শুন।

এই বুলি খুড়াই কৈ গ'ল,

-- উ-কাৰযুক্ত শব্দৰ তুলনাত ঊ-কাৰযুক্ত শব্দৰ সংখ্যা কম। গতিকে তেনেবোৰ শব্দৰ এখন অলপ দীঘলীয়া ধৰণৰ তালিকা প্ৰথমে তোক দিওঁ :

### নিত্য ঊ-কাৰযুক্ত শব্দ

| | | | |
|---|---|---|---|
| ঊৰু | ঊৰ্ধ্ব | ঊৰ্মি | ঊহ্য |
| ধূলি | ভ্ৰূণ | চূড়া | তূণ |
| দূৰ্বা | ন্যূন | পূজা | চূৰ্ণ |
| ধূপ | সূত্ৰ | পূঁজ | মূত্ৰ |
| বধূ | মূল | পূৰ্ণ | স্থূল |
| কূৰ্ম | ব্যূহ | শূল | শূন্য |
| মূৰ্ছা | শূদ্ৰ | সূক্ত | সূক্ষ্ম |
| ক্ৰূড় | সূৰ্য | মূৰ্তি | তূৰ্য |
| প্ৰভূত | প্ৰসূতি | ভূষিত | বিভূতি |
| ভ্ৰূক্ষেপ | পদূলি | পূতনা | গধূলি |
| মূষিক | কেয়ূৰ | শাৰ্দূল | নূপুৰ |
| আহূত | মুহূৰ্ত | অসূয়া | স্ফূৰ্ত |
| পূৰৱী | পূৰ্ণিমা | স্বয়ম্ভূ | সূচনা |
| পূৰণ | ময়ূৰ | মুমূৰ্ষু | মৰুভূ |
| ঊষৰ | ধূসৰ | ঘূৰ্ণন | প্ৰদূষণ |

| | | | |
|---|---|---|---|
| পীযূষ | পূজন | পূৰ্তি | সূদন |
| ভূমুকি | আকৃতি | চূৰমাৰ | কাকুতি |
| গণ্ডূষ | যূথিকা | মূৰামূৰি | শুশ্ৰূষা |
| ঊৰ্ণনাভ | পূজনীয় | ফলপ্ৰসূ | ঘূৰণীয়া |
| কূৰ্চুটীয়া | কণ্ডূয়ন | বিদূষক | অনূদিত |
| জাগৰূক | কৌতূহল | চূচূৰ্মৈ | চূৰ্চুৰীয়া |

— আহূত, ঊৰ্ধ্ব, আকূতি, কাকুতি, কৌতূহল, ক্ৰূৰ, ন্যূন, ময়ূৰ, মুমূৰ্ষু, মুহূৰ্ত প্ৰমুখ্যে কেইটামান শব্দৰ বানান ভালদৰে মন কৰিবি। এই শব্দকেইটা লিখোঁতে প্ৰায়ে বানান ভুল হয়।

— খুড়া, 'ভূল' নে 'ভুল' ?

অকণে সুধিলে।

— শব্দটোত বহুতেই ঊ-কাৰ দিয়ে। শুদ্ধ বানান হ'ল 'ভুল'। এনে ধৰণে ভুলতে ঊকাৰ দিয়া আন কেইটামান শব্দ হ'ল— মুখ্য, মুৰব্বী, দুৰ্গা, শম্ভু, প্ৰভু, ভুজ, ভুৱন, অধ্যুষিত। মূখ্য অভিযন্তা, মূৰব্বী অধ্যাপক, দূৰ্গা পূজা এনে শব্দাৱলী আমি প্ৰায়ে পাওঁ। কিন্তু এই সকলোবোৰ উ-কাৰযুক্ত শব্দ। আৰু দুটা শব্দৰ বানান মন কৰিবি— পুণ্য, কিন্তু শূন্য।

— খুড়া, 'দোষণীয়' নে 'দূষণীয়' ? 'চোষ্য', নে 'চূষ্য' ?

অকণে পুনৰ প্ৰশ্ন কৰিলে।

— 'চূষ্য', 'চোষ্য' —দুয়োটা শুদ্ধ বানান। কিন্তু 'দোষণীয়' বানান সংস্কৃত অভিধানত নাই। ই এটা অসাধু শব্দ। এই বুলি খুড়াই আৰম্ভ কৰিলে,

(ক) *সন্ধিৰ ক্ষেত্ৰত প্ৰথমটো শব্দৰ অন্ত্য বৰ্ণ আৰু দ্বিতীয়টো শব্দৰ আদ্য বৰ্ণ উ বা ঊ হলে সন্ধিজাত শব্দটোত সদায় ঊ-কাৰ আছে।* উদাহৰণ—

কটু + উক্তি = কটূক্তি লঘু + ঊৰ্মি = লঘূৰ্মি

স্বয়ম্ভু + উদয় = স্বয়ম্ভূদয় ভূ + ঊৰ্ধ্ব = ভূৰ্ধ্ব

তেনেদৰে, মৰু + উদ্যান = মৰূদ্যান। বহুতে 'মৰুদ্যান' বুলি লিখে।

(খ) *উ-কাৰান্ত শব্দৰ পিচত কৰণ, ভৱন, কৃত, ভূত শব্দ লগ লাগিলে সাধিত শব্দটোত উ-কাৰৰ ঠাইত ঊ-কাৰ আছে।* যেনে—

লঘু + কৰণ = লঘূকৰণ গুৰু + ভৱন = গুৰূভৱন

চাৰু + কৃত = চাৰূকৃত মৰু + ভূত = মৰূভূত

(গ) *কোনো শব্দত উৱা, উৰা, আৰু আদি প্ৰত্যয় যোগ হ'লে শব্দটো উ-কাৰ যুক্ত হয়।* যেনে—

বনুৱা, ৰণুৱা, ধৰুৱা (উৱা প্ৰত্যয়)

দন্দুৰা, হাগুৰা, মুতুৰা (উৰা প্ৰত্যয়)

লেখাৰু, যুঁজাৰু, ডুবাৰু (আৰু প্ৰত্যয়)

(ঘ) *ইষ্ণু, আলু, উ আদি সংস্কৃত প্ৰত্যয়যুক্ত শব্দবোৰ সদায় উ-কাৰান্ত হয়। যেনে—*

বৰ্ধিষ্ণু ক্ষয়িষ্ণু সহিষ্ণু

দয়ালু শ্ৰদ্ধালু তন্দ্ৰালু

জিজ্ঞাসু পিপাসু স্বাদু

(ঙ) *ও-কাৰান্ত ধাতুবিলাক ক্ৰিয়া ৰূপত সাধাৰণতে উ-কাৰযুক্ত হয়। যেনে—*

শো — শুইছে, শুব; সোধ্ — সুধিছে, সুধিব;

খোঁচ্ — খুঁচিছে, খুচিব; খোট্ — খুটিছে, খুটিব।

অৱশ্যে দুই-এটা ব্যতিক্ৰমো আছে। যেনে —

সোঁচৰ্ — সোঁচৰিছে, সোঁচৰিব; বোধ্ — বোধিছে, বোধিব।

(চ) *তৎসম শব্দ উ-কাৰ থাকিলে অৰ্ধ তৎসম আৰু তদ্ভৱ শব্দতো সচৰাচৰ উ-কাৰ থাকে।* উদাহৰণ —

চূৰ্ণ — চূণ মূৰ্খ — মূৰ

মূত্ৰ — মূত মূৰ্তি — মূৰুতি

সূত্ৰ — সূতা সূৰ্য — সূৰুজ

দূৰ্বা — দূবৰি পূৰ্ণ — পূৰণ

দুই-এটা ব্যতিক্ৰমো আছে। যেনে —

উলূপ — উলু মসূৰ — মচুৰ

কূপ — কুঁৱা স্ফূৰ্তি — ফুৰ্তি

— খুড়া উনৈশ নে ঊনৈশ ? অকণে মাজতে সুধিলে।

— ঊনৈশ শব্দটোত আজিকালি বহুতে উ লিখা কৰিছে। 'উনৈশ' লিখাই ভাল বুলি মযো ভাবোঁ। এই বুলি খুড়াই কৈ গ'ল,

(ছ) *বিদেশী ভাষাৰ পৰা আমাৰ ভাষাকৈ অহা সকলো শব্দতে আমি উ কাৰ দিওঁ।* উদাহৰণ —

| | | | |
|---|---|---|---|
| খুন | খুব | খুঁচি | লুচি |
| হুকুম | আঙুৰ | চাবুক | জৰুৰ |
| বুলেট | কুপন | ৰুমাল | পুলিচ |
| বুনিয়াদ | মজদুৰ | বাহাদুৰ | মজবুৰ |
| হুচিয়াৰ | মজবুত | অজুহাত | কবুলিয়ৎ |

এইখিনিলৈকে কৈ খুড়াই তলৰ শব্দ তালিকা কেইখন অকণক দিলে আৰু সেইদিনাৰ পাঠ সামৰিলে।

**একে উচ্চাৰণৰ, কিন্তু ভিন্ন উ-কাৰ আৰু ঊ-কাৰ যুক্ত শব্দ**

অনুদিত (অপ্ৰকাশিত) — অনূদিত (ভাঙনিকৃত)

আহুতি (হোম) — আহূতি (আহ্বান)

কুজন (বেয়া মানুহ) — কূজন (চৰাইৰ মাত)

কুট (টুকুৰা টুকুৰ কৰ) — কূট (অসত্য)

| | | |
|---|---|---|
| কুল (জাতি) | — | কূল (নদীৰ পাৰ) |
| গুড় (এবিধ মিঠা দ্ৰব্য) | — | গূঢ় (গোপন) |
| চুৰা (কোৰানৰ অংশবিশেষ) | — | চূড়া (কোনো ঠাইৰ ওখ ভাগ) |
| দুৰ্ (এটা উপসৰ্গ) | — | দূৰ (আঁতৰ) |
| পুতি (পোত ধাতুৰ অসমাপিকা ৰূপ) | — | পূতি (বেয়া গোন্ধ) |
| পুৰা (মাটিৰ এটা জোখ) | — | পূৰা (সম্পূৰ্ণ) |
| বিদুৰ (ধৃতৰাষ্ট্ৰৰ ভায়েক) | — | বিদূৰ (অতি দূৰ) |
| সুকৰ (সহজে কৰিব পৰা) | — | শূকৰ (গাহৰি) |
| শুচি (পৱিত্ৰ) | — | সূচি (নিৰ্ঘণ্ট, বেজী) |
| শুড় (হাতীৰ নাক) | — | শূৰ (বীৰ) |
| সুত (পুত্ৰ, সুদ) | — | সূত (সাৰথি) |
| সুৰ (গীতৰ ধ্বনি, দেৱতা) | — | সূৰ (সূৰ্য) |

**উচ্চাৰণৰ কিছু মিল থকা, কিন্তু ভিন্ন উ-কাৰ আৰু ঊ-কাৰ যুক্ত শব্দ**

| | |
|---|---|
| অনুবাদ, কিন্তু অনূদিত | শ্মশ্ৰু, কিন্তু শ্বশ্ৰূ |
| অন্তৰ্ভুক্ত, কিন্তু অন্তৰ্ভূত | অদ্ভুত, কিন্তু কিম্ভূত |
| উমা, কিন্তু ঊৰ্মি | অভুক্ত, কিন্তু অভূতপূৰ্ব |
| কুঁজা, কিন্তু পূজা | কুটিল, কিন্তু কূটনীতি |
| কুক, কিন্তু ঊক | কুলি, কিন্তু ধূলি |
| কৌতুক, কিন্তু কৌতূহল | ক্ৰুদ্ধ, কিন্তু ঊৰ্দ্ধ |
| গুৰি, কিন্তু ভূৰি | গুহ, কিন্তু ব্যূহ |
| গুহ্য, কিন্তু ঊহ্য | দুৰন্ত, কিন্তু দূৰত্ব |
| ধুমধাম, কিন্তু ধূমকেতু | নিৰ্ভুল, কিন্তু নিৰ্মূল |
| পুঞ্জ, কিন্তু পূঁজ | পুণ্য, কিন্তু শূন্য |
| পুত্ৰ, কিন্তু মূত্ৰ | পুক, কিন্তু ঊক |
| পুৰাণ, কিন্তু পূৰণ | প্ৰভু, কিন্তু প্ৰতিভূ |
| ফুল, কিন্তু শূল | বিদুষী, কিন্তু বিদূষক |
| ব্যাকুল, কিন্তু প্ৰতিকূল | ভুবন, কিন্তু ভূষণ |
| ভুল, কিন্তু মূল | মুক্তি, কিন্তু মূৰ্তি |
| মধু, কিন্তু বধূ | মুখ, কিন্তু মূক |
| মুক, কিন্তু মকাদ্যান | মুৰব্বী, কিন্তু মূৰ |
| মুখ্য, কিন্তু মূৰ্খ | মুহুৰ্মুহু, কিন্তু মুহূৰ্ত |
| মুমুক্ষু, কিন্তু মুমূৰ্ষু | শম্ভু, কিন্তু সম্ভূত |
| কদ্ৰু, কিন্তু শূদ্ৰ | স্তুতি, কিন্তু স্তূপীকৃত |

## উভয় বানান শুদ্ধ হোয়া শব্দ

উষা — ঊষা

প্রত্যূষ — প্রত্যুষ

ভ্রূকুটি (টী) — ভ্রুকুটি (টী)

মঞ্জূষা — মঞ্জুষা

সরযূ — সরযু

# তৃতীয় পাঠ

## ঙ, ং-অৰ কথা

নাহি সৰ্বোত্তম নাহি দুইকো সম
দুয়ো হন্তো পুৰুষ সিংহ।
দুয়ো মহেশ্বৰ পৰম ঈশ্বৰ
চৰণ-পঙ্কজ-ভৃঙ্গ।

— কবিতাফাকি কাৰ ৰচনা ক'ব পাৰিবিনে ? খুড়াই অকণক সুধিলে।

— শংকৰদেৱৰ বা মাধৱদেৱৰ হ'ব ছাগৈ।

কিছুপৰ টলকা মাৰি অকণে উত্তৰ দিলে।

— কবিতাফাকি মাধৱদেৱৰ। বাৰু, 'চৰণ-পঙ্কজ-ভৃঙ্গ'— এই বাক্যাংশটো লিখচোন।

— 'চৰণ-পংকজ-ভৃংগ।'

অকণে লিখিলে।

— তই এনে ধৰণে লিখিবি বুলি মই জানিছিলো; কাৰণ আজিকালি সকলোৱে এনে ধৰণে লিখা কৰিছে। কিন্তু নিয়ম মতে বাক্যাংশটো এনে ধৰণেহে লিখা উচিত।

এই বুলি খুড়াই গোট গোট আখৰেৰে লিখিলে,

চৰণ-পঙ্কজ-ভৃঙ্গ।

— ঙ আৰু ং- - দুয়োটা বৰ্ণৰে উচ্চাৰণ একে। সেই বুলি দুয়োটা বৰ্ণকে আমি নিজ খুচি মতে শব্দত ব্যৱহাৰ কৰা অনুচিত।

— খুড়া, কৰিলেনো কি হয় ?

অকণে লাহেকৈ সুধিলে।

— কৰিলে ব্যাকৰণক আওকাণ কৰা হয়। আমাৰ ভাষাত ই, ঈ; উ, ঊ; চ, ছ আদি ভালেমান বৰ্ণৰ উচ্চাৰণ একে। সেইবুলি আমি কোনো শব্দত এই বৰ্ণবিলাক নিৰ্বিচাৰে ব্যৱহাৰ কৰোঁ জানো ? নকৰোঁ। সকলো সময়তে উচ্চাৰণ অনুসৰি বানান নহয়। ঙ আৰু ং-অৰ ক্ষেত্ৰতো একেই কথা।

দুখৰ বিষয় যে আজিকালি আমাৰ ভাষাত অনুস্বাৰৰ অবাধ ৰাজত্ব চলিছে, বিশেষকৈ গুৱাহাটী বিশ্ববিদ্যালয়ৰ 'পাঠ্যপুথি প্ৰস্তুতি সমন্বয় সমিতি'য়ে এই বৰ্ণটোৰ নিৰ্বিচাৰ ব্যৱহাৰত অনুমোদন জনোৱাৰ পিচত। গতিকে ঙ আৰু ং-অৰ বিষয়ে তোক অলপ বহলাই কওঁ শুনঃ

(ক) *অনুস্বাৰৰ পিছত স্বৰবৰ্ণ কেতিয়াও লগ নালাগে। কিন্তু ঙ স্বৰান্বিত হ'বও পাৰে, নহ'বও পাৰে।* গতিকে যিবিলাক শব্দৰ শেষত স্বৰবৰ্ণ নাই, অৰ্থাৎ যিবিলাক শব্দ হসন্ত অৰ্থাৎ ব্যঞ্জনান্ত, তেনেবিলাক শব্দত আমি দুয়োটা বৰ্ণই ব্যৱহাৰ কৰোঁ, আৰু তেনে কৰিলে ভুল নহয়।

যেনে—

খঙ— খং, ৰঙ— ৰং, শিঙ— শিং, বেঙ— বেং।

কিন্তু এনেবিলাক শব্দত স্বৰবৰ্ণ লগ লাগিলে আমি কেৱল ঙ-হে ব্যৱহাৰ কৰিব লাগিব। উদাহৰণ— খঙাল, ৰঙিয়াল, খঙেৰে, ৰঙেৰে, শিঙা, বেঙা ইত্যাদি।

(খ) *কেতবোৰ শব্দ আছে যিবোৰ নিত্য অনুস্বাৰযুক্ত।* দুটামান উদাহৰণ :

| অংশ | বংশ | সিংহ | হংস |
|---|---|---|---|
| হিংসা | বিংশ | অংশু | কংস |
| সংখ্যা | মাংস | বংশী | ধ্বংস |
| দংশন | প্ৰাংশু | প্ৰশংসা | মীমাংসা |
| পুংলিঙ্গ | কিংশুক | জিঘাংসা | নপুংসক |

(গ) *বহিৰাগত আৰু দেশজ শব্দৰ মাজত, আৰু শেষতো, কেৱল অনুস্বাৰ।* যেনে—

| টাংগুটি | লেংটি | ৰাংপতা | ইংতি |
|---|---|---|---|
| বাংলা | টংটং | কংগ্ৰেছ | জংচন |
| বেংক | টেংক্ | কংগো | সিংহল |

— তেন্তে ব্যঞ্জনান্ত ঙ্-অৰ ব্যৱহাৰনো কোনবিলাক শব্দত ?

অকণে খুড়াক সুধিলে।

(ঘ) *কিছুমান অ-সন্ধিবদ্ধ তৎসম শব্দ আছে যিবোৰ নিত্য ঙ্-যুক্ত। এইবোৰত ঙ্-অৰ সলনি অনুস্বাৰৰ ব্যৱহাৰ ব্যাকৰণ-অসন্মত।* এনেবোৰ শব্দৰ অলপ দীঘলীয়া ধৰণৰ এখন তালিকা তোক দিওঁ:

ঙ্ক (ঙ্ + ক)

| টঙ্ক | অঙ্ক | শঙ্কা | পঙ্ক |
|---|---|---|---|
| আতঙ্ক | অঙ্কন | কঙ্কাল | কঙ্কণ |
| পালঙ্ক | বঙ্কিম | অঙ্কুৰ | কুঙ্কুম |
| পঙ্‌ক্তি | কলঙ্ক | কেলেঙ্কাৰি | শঙ্কু |

ঙ্খ (ঙ্ + খ)

| শঙ্খ | শৃঙ্খল | পুঙ্খানুপুঙ্খ |
|---|---|---|

ঙ্গ (ঙ্ + গ)

| অঙ্গ | বঙ্গ | সঙ্গ | ৰঙ্গ |
|---|---|---|---|
| তুঙ্গ | ব্যঙ্গ | পঙ্গু | ভঙ্গ |
| গঙ্গা | শৃঙ্গ | ভৃঙ্গ | লিঙ্গ |
| মঙ্গল | তৰঙ্গ | প্ৰাঙ্গন | প্ৰসঙ্গ |
| পিঙ্গল | লৱঙ্গ | অঙ্গাৰ | কুৰঙ্গ |
| অঙ্গন | কলিঙ্গ | ইঙ্গিত | সুৰঙ্গ |
| জঙ্গল | বিহঙ্গ | শৃঙ্গাৰ | পতঙ্গ |

ঙ্ঘ (ঙ্ + ঘ)

জঙ্ঘা লঙ্ঘন সঙ্ঘ

ঙ্ক্ষ (ঙ্ + ক্ষ)

কাঙ্ক্ষা আকাঙ্ক্ষা আকাঙ্ক্ষিত

এই শব্দবোৰত ং নিলিখিবি।

শব্দবোৰৰ ভিতৰত 'পুঙ্খানুপুঙ্খ' আৰু 'আকাঙ্ক্ষা' শব্দ দুটা মন কৰিবলগীয়া। পুঙ্ক্ষানুপুঙ্ক্ষ নহয়, পুঙ্খানুপুঙ্খ। সেইদৰে আকাঙ্খা নহয়, আকাঙ্ক্ষা। ক্ষ এটা যুক্ত বৰ্ণ। ক্ + ষ = ক্ষ। কিন্তু আমি এই বৰ্ণটো খ্য-ৰ দৰে উচ্চাৰণ কৰোঁ। গতিকে ক্ষ আৰু খ্য-ৰ মাজত আমাৰ কেতিয়াবা খেলিমেলি লাগে। মনত ৰাখিবি—

শঙ্খ, কিন্তু কাঙ্ক্ষা; সখ্য, কিন্তু সাক্ষ্য

অখ্যাত, কিন্তু সাক্ষাৎ; বিখ্যাত, কিন্তু বিক্ষত

— খুড়া, শব্দৰ মাজত ং-অৰ ব্যৱহাৰনো কেতিয়া ?

অকণে সুধিলে।

(ঘ) কিছুমান সন্ধিজাত তৎসম শব্দত। এই বিষয়ে দুটামান কথা তোক কওঁ।

(১) *যদি সন্ধি হ'বলগীয়া শব্দ দুটাৰ প্ৰথমটোৰ অন্ত্য বৰ্ণ ব্যঞ্জনান্ত ম আৰু দ্বিতীয়টোৰ আদ্য বৰ্ণ য/ৰ/ল/ৱ/ শ/ষ/হ/— এই বৰ্ণকেইটাৰ যিকোনো এটা হয়, তেন্তে সন্ধিৰ ফলত ম বৰ্ণটো সদায় অনুস্বাৰলৈ ৰূপান্তৰিত হয়।* উদাহৰণ—

সম্ + যম = সংযম সম্ + ৰক্ষণ = সংৰক্ষণ

সম্ + লাপ = সংলাপ সম্ + ৱাদ = সংৱাদ

সম্ + শয় = সংশয় সম্ + সাৰ = সংসাৰ

সম্ + হতি = সংহতি সম্ + ক্ষেপ = সংক্ষেপ

'সংবা(ৱা)দ' শব্দটো মন কৰিবি। কিছুমানে 'সম্বাদ' বুলি লিখে। ভুলকৈ লিখা এনে আৰু ভালেমান শব্দ আছে। এই সম্পৰ্কে তোক পিচলৈ ক'ম। (নৱম পাঠ দ্ৰষ্টব্য)।

(২) *আনহাতে, প্ৰথমটো শব্দৰ অন্ত্য বৰ্ণ ব্যঞ্জনান্ত ম্ আৰু দ্বিতীয়টো শব্দৰ আদ্য বৰ্ণ ক/খ/গ/ঘ হ'লে সন্ধিৰ ফলত ম-ৰ সলনি ঙ বা ং— দুয়োটাই হ'ব পাৰে। যেনে—*

শম্ + কৰ = শঙ্কৰ বা শংকৰ সম্ + গীত = সঙ্গীত বা সংগীত

কিম্ + কৰ = কিঙ্কৰ বা কিংকৰ সম্ + ঘাত = সঙ্ঘাত বা সংঘাত

যিহেতু আজিকালি ং-অৰ ব্যৱহাৰ বাঢ়িছে, গতিকে এনেবোৰ শব্দত আমি ং লিখাই ভাল। মনত ৰাখিবি, ক/খ/গ/ঘ, য/ৰ/ল/ৱ, শ/ষ/হ/ক্ষ, যদি এই বৰ্ণকেইটাৰ বাহিৰে দ্বিতীয় শব্দৰ আৰম্ভণিত আন বৰ্ণ থাকে, তেনে সন্ধিৰ ফলত ম্-অৰ ৰূপং-লৈ সলনি নহয়।

উদাহৰণ—

সম্ + চয়ন = সঞ্চয়ন　　সম্ + জয় = সঞ্জয়
সম্ + তাপ = সন্তাপ　　সম্ + দৰ্শন = সন্দৰ্শন
সম্ + ধান = সন্ধান　　সম্ + নিপাত = সন্নিপাত

দ্বিতীয় শব্দৰ অদ্য বৰ্ণ প/ফ/ব/ভ/ম হ'লে ম্-অৰ ৰূপ একেই থাকে। যেনে,

সম্ + পদ = সম্পদ　　সম্ + বোধন = সম্বোধন
সম্ + ভাৱনা = সম্ভাৱনা　　সম্ + মেলন = সম্মেলন

একেদৰে,

সম্পাদক　সম্বন্ধ　সম্ভৱ　সম্মতি　সম্রাট
সম্পূৰ্ণ　সম্বল　সম্ভাৰ　সম্মুখ　সম্প্ৰদায়

— খুড়া, আপুনি দেখোন 'সম্মুখ', 'সম্মতি'— এনেকৈহে ক'লে।

অকণে মন্তব্য কৰিলে।

— প্ৰকৃত বানান এইবিলাকহে, যদিও আমি প্ৰায় সকলোৱে 'সম্মুখ', 'সম্মতি'— এনেকৈহে লিখোঁ। সম্মুখ শব্দৰ অৰ্থ হ'ল সৎ মুখ বা সুমুখ, সেইদৰে সম্মতিৰ মানে হ'ল সৎ মতি বা সুমতি। গান্ধীজীৰ ৰামধুন জানো শুনা নাই— 'সবকো সম্মতি দে ভগৱান' ? ভুলকৈ লিখা এনে ধৰণৰ আৰু দুটামান বানান হ'ল— সম্মান (সম্মান), সম্মিলন (সম্মেলন), সম্মোহন (সম্মোহন)। এইবিলাক শব্দ ব্যাকৰণ মতে ভুল। কিন্তু এই শব্দবিলাক আমাৰ ভাষাত এনেদৰে সোমাই পৰিছে যে, অসাধু শব্দ বুলি এইবিলাক আমি গ্ৰহণ কৰি ল'ব লাগিব।

— খুড়া, ঙ আৰু ং সম্পৰ্কে আৰু কিবা আছেনে ?

অকণে সুধিলে।

— আৰু মাত্ৰ এটা কথা কৈয়ে ঙ, ং-অৰ আলোচনা সামৰিম।

(৩) *যদি প্ৰথম শব্দৰ শেষৰ বৰ্ণ ব্যঞ্জনান্ত ক্ আৰু দ্বিতীয় শব্দৰ প্ৰথম বৰ্ণ ন/ম হয়, তেন্তে সন্ধিৰ ফলত ক-বৰ্ণটো গ্ বা ঙ্ হয়গৈ। যেনে—*

দিক্ + নাগ = দিগ্‌নাগ বা দিঙ্‌নাগ
বাক্ + ময় = বাগ্‌ময় বা বাঙ্ময়

এই জাতীয় সন্ধি শব্দতো ঙ্-অৰ সলনি ং লিখা অনুচিত।

এইখিনিলৈকে কৈ খুড়াই সিদিনাৰ আলোচনা সামৰিলে।

# চতুৰ্থ পাঠ

## চ, ছ-ৰ কথা

— একে উচ্চাৰণৰ দুটামান বৰ্ণৰ কথা তোক ইতিমধ্যে ক'লো। আজি চ আৰু ছ-ৰ কথা।

এইবুলি খুড়াই আৰম্ভ কৰিলে,

— চ আৰু ছ, দুয়োটা তালব্য বৰ্ণ; অৰ্থাৎ জিভাখন তালুৰ আগভাগত লগাই বৰ্ণ দুটা উচ্চাৰণ কৰা হয়। সংস্কৃত ভাষাত চ আৰু ছ উচ্চাৰণৰ প্ৰভেদ আছে। ছ বৰ্ণৰ ধ্বনি 'মহাপ্ৰাণ', অৰ্থাৎ বৰ্ণটো উচ্চাৰণ কৰোঁতে জোৰেৰে উশাহ এৰিব লাগে। আনহাতে, চ বৰ্ণৰ ধ্বনি 'অল্পপ্ৰাণ'; এই বৰ্ণটো উচ্চাৰণ কৰোঁতে উশাহ লাহেকৈ এৰা উচিত। কিন্তু আমাৰ ভাষাত দুয়োটা বৰ্ণৰ মাজত উচ্চাৰণৰ এনে পাৰ্থক্য নাই।

পোনতে তৎসম শব্দৰ সন্ধিত চ আৰু ছ কেনেকৈ আছে, সেই বিষয়ে অলপ কওঁ।

(ক) তৎসম সন্ধিত চ আৰু ছ

(১) *প্ৰথম শব্দৰ শেষত ৎ আৰু দ্বিতীয় শব্দৰ আৰম্ভণিত চ বা ছ থাকিলে সন্ধিৰ ফলত ৎ-অৰ ঠাইত চ হয়।* উদাহৰণ—

শৰৎ + চন্দ্ৰ + শৰচ্চন্দ্ৰ      উৎ + ছেদ = উচ্ছেদ

উৎ + চাৰণ = উচ্চাৰণ      উৎ + ছল = উচ্ছল

(২) *প্ৰথম শব্দৰ শেষত ৎ আৰু দ্বিতীয় শব্দৰ আৰম্ভণিত শ থাকিলে ৎ আৰু শ মিলি চ্ছ হয়।* উদাহৰণ—

উৎ + শৃঙ্খল = উচ্ছৃঙ্খল      উৎ + শ্বসিত = উচ্ছ্বসিত

শব্দ দুটা মন কৰিবি। দুয়োটাৰে সততে ভুল হোৱা বানান।

(৩) *দুটা শব্দৰ প্ৰথমটো স্বৰান্ত আৰু দ্বিতীয়টোৰ আদ্য বৰ্ণ ছ হ'লে সন্ধিৰ ফলত এটা চ এনেয়ে আহে।*

এক + ছত্ৰী = একচ্ছত্ৰী      বি + ছিন্ন = বিচ্ছিন্ন

স্ব + ছন্দ = স্বচ্ছন্দ      প্ৰ + ছায়া = প্ৰচ্ছায়া

পৰি + ছন্ন = পৰিচ্ছন্ন      প্ৰতি + ছবি = প্ৰতিচ্ছবি

— খুড়া, চলচিত্ৰ নে চলচ্চিত্ৰ ?

অকণে খুড়াক সুধিলে।

— চলচ্চিত্ৰ। কিন্তু চল আৰু চিত্ৰৰ সন্ধি হে হৈ 'চলচ্চিত্ৰ' হোৱা নাই। দ্বিতীয় শব্দৰ আদ্য বৰ্ণ ছ হ'লেহে সন্ধিৰ ফলত চ আহে, চ হ'লে নাহে। কোনো শব্দৰ আগত 'চল' শব্দ যোগ হ'লে তাৰ অৰ্থ হয় কঁপি থকা বা লৰি থকা। যেনে— চলচিত্ত— মানে চঞ্চল চিত্ত; চলদন্ত— মানে লৰি থকা দাঁত। তেনেদৰে 'চলচিত্ৰ'ৰ

অৰ্থ কঁপি থকা চিত্ৰ। কিন্তু চিনেমাত ছবিবিলাকৰ পৰা আমি গৈ থকাৰ ধাৰণাহে পাওঁ। সেয়ে চলৎ + চিত্ৰ = চলচ্চিত্ৰ।

(খ) তদ্ভৱ আৰু দেশজ শব্দত চ আৰু ছ :

— ছ বৰ্ণযুক্ত শব্দ আমাৰ ভাষাত তুলনামূলকভাৱে তাকৰ। ছ বৰ্ণ যুক্ত গোটাদিয়েক তদ্ভৱ আৰু দেশজ শব্দৰ এখন সৰু তালিকা তোক দিওঁ।

এই বুলি খুড়াই তলৰ তালিকাখন অকণক দিলেঃ

| | | | |
|---|---|---|---|
| ছয় | ছাতি | ছাল | ছানি |
| ছাঁ | বিছা | মিছা | গছা |
| কাছুটি | ছেকনি | বছৰ | ছোৱালী |
| পিছল | ছাগলী | ছলনা | বাছনি |
| নিছলা | ছলাহী | ছাতৰ | কছাৰী |
| আছুতীয়া | ছিটিকনি | বাছকবনীয়া | ছটফটনি |
| ছেগাচোৰোকা | ছৈপিঠীয়া | ছেদেলি ভেদোলি | ছিবিলা ছিৰিলি |

এই শব্দবোৰ আমাৰ ভাষাত সুপ্ৰতিষ্ঠিত বুলিয়েই এইবোৰত ছ। মূল শব্দত ছ থাকিলে তদ্ভৱ শব্দতো ছ হ'ব, এনে কোনো ধৰা বন্ধা নিয়ম নাই। বেলেগ বেলেগ বানানৰ সংস্কৃত শব্দ নানা ধৰণে পালি প্ৰকৃতিৰ পাক ঘূৰণি খাই আমাৰ ভাষাত ছ হৈছেগৈ। যেনে —

বৃশ্চিক – বিছা মিথ্যা- – মিছা

পিচ্ছিল-- পিছল শল্ল- - ছাল

-- খুড়া, উচৰ্গা নে উছৰ্গা ?

অকণে সুধিলে।

— উছৰ্গা। শব্দটো সংস্কৃতৰ 'উৎসৰ্গ' শব্দৰ পৰা আহিছে— যেনেকৈ 'বছৰ' শব্দটো আহিছে 'বৎসৰ' শব্দৰ পৰা। তেনেদৰে,

উৎসৱ— উছৱ মৎস্য- – মাছ বৎস— বাছা

— খুড়া, উনৈশ নে উনৈছ ?

অকণে পুনৰ সুধিলে।

— উচ্চাৰণৰ প্ৰতি লক্ষ ৰাখি বহুতে উনৈশ, বিশ, একৈশ আদি শব্দবিলাকত শ-ৰ ঠাইত ছ লিখে। কোনো কোনো সমিতিৰ দ্বাৰা ই আজিকালি অনুমোদিতো হৈছে। কিন্তু এনেবিলাক শব্দত শ লিখাই ভাল বুলি মোৰ ধাৰণা। কাৰণ আমি সকলো সময়তে উচ্চাৰণ অনুসৰি বানান নিলিখোঁ। দৃষ্টান্ত ৰূপে, যোগেশ, নৰেশ, বীৰেশ আদি শব্দবিলাক আমি উচ্চাৰণ কৰোঁ জোগেচ, নৰেচ, বীৰেচ— এনে ধৰণে। সেই বুলি এই শব্দ বিলাক আমি যোগেচ, নৰেচ, বিৰেচ— এনে ধৰণে নিলিখোঁ। সেইদৰে আমি লিখোঁ 'আনাৰস'; কিন্তু উচ্চাৰণ কৰোঁ 'আনাৰচ'। তথাপি উনৈছ, বিছ, একৈছ— এনেবোৰ বানান যিহেতু চলি আহিছে, গতিকে দুয়ো প্ৰকাৰৰ বানানকে আমি শুদ্ধ বুলি ধৰিব লাগিব।

তথাপি ছ-ৰ সলনি চ হোৱাহে ভাল আছিল যেন লাগে; কাৰণ ধ্বনিৰ ফালৰ পৰা সংস্কৃতৰ শ-ৰ লগত চ-ৰহে মিল অধিক; দুয়োটা অল্পপ্ৰাণ বৰ্ণ। তদুপৰি সংস্কৃতত স বা শ থকা যি দুই- এটা শব্দ বহু আগতেই আমাৰ ভাষাত সোমাইছে, সেইবোৰ সোমাইছে যাইকৈ চ হৈহে। যেনে,

বাসন— বাচন মসূৰ— মচুৰ শীৎকাৰ— চিৎকাৰ

— খুড়া, পাচ, পাছ, পিচ, পিছ— নানা ধৰণৰ বানান পাওঁ। কোনকেইটা বানাননো আমি লিখা উচিত ?

অকণে পুনৰ প্ৰশ্ন কৰিলে।

— প্ৰথমেই কওঁ, শব্দকেইটাত চ লিখা উচিত। 'আমাৰ ভাষাত চ, ছ— দুযোবো একে উচ্চাৰণ, একো প্ৰভেদ নাই। এনে স্থলত চ-ক এৰি ছ সিখিবৰ একো কাৰণ দেখা নাযায়।' (হেমচন্দ্ৰ বৰুৱা)।

এতিয়া, শব্দকেইটাৰ কথা। স্থানবাচক অৰ্থত 'পিচ' আৰু কালবাচক অৰ্থত 'পাচ' লিখিবলৈ কোনো কোনোৱে পৰামৰ্শ দিছে। উদাহৰণ হিচাপে, 'সি মোৰ পিচত থিয় হ'ল'; কিন্তু 'মই যোৱাৰ পাচত সি আহিল।' কিন্তু 'পাচ' আৰু 'পিচ'ৰ এনে সূক্ষ্ম প্ৰভেদ আমি নৰখাই ভাল, কাৰণ কালবাচক অৰ্থতো আমি 'পিচ' শব্দ ব্যৱহাৰ কৰোঁ। যেনে— 'মই কামটো পিচুৱালো।' কামটো 'পাচুৱালো' বুলি আমি নকওঁ। গতিকে 'পাচ', 'পিচ'— দুয়োটা শব্দক ইংৰাজীৰ behind আৰু after -অৰ সমাৰ্থক বুলি আমি ধৰা উচিত।

এতিয়া,

(গ) বিদেশী শব্দত চ আৰু ছ :

বিদেশী ভাষাৰ পৰা অহা প্ৰায়বোৰ শব্দতে আমি চ লিখোঁ। উদাহৰণ—

| | | | |
|---|---|---|---|
| চক | পাচী | বেঞ্চ | ফাচী |
| টৰ্চ | ক্ৰচ | ফ'ৰ্চ | নাৰ্চ |
| নিচা | লাচ | চাৰ | পাচ |
| আচামী | খালাচী | চিপাহী | ফৰাচী |
| বাগিচা | চেমিজ | চেয়াৰ | মালিচ |
| ফাৰ্মাচি | চিগনেল | টেনিচ | চাইকেল |
| খোচামতি | বকচিচ | লোকচান | মজলিচ |
| অফিচাৰ | অপাৰেচন | চৌখিন | টেলিভিচন |

অৱশ্যে কিছু ব্যতিক্ৰমো আছে। যেনে—

| | | | |
|---|---|---|---|
| প্ৰেছ | বাছ | গেছ | ব্ৰাছ |
| বেছি | ছুটী | কাছাৰি | মিছনেৰি |
| বিছনা | পছন্দ | মছজিদ | মুছলমান |

বহুদিন ধৰি লিখা হৈ আহিছে বাবেই এই শব্দবিলাকত ছ। অন্যথা বিদেশী শব্দত যিমান পাৰি চ লিখাই ভাল।

— খুড়া, শ্বহীদ, নে ছহিদ, নে চহিদ ?

অকণে সুধিলে।

— আগতে শ্বহীদ লিখা কৰিছিল। আজিকালি ছহিদ, ছহীদ, চহিদ— নানা ধৰণে মানুহে লিখিবলৈ লৈছে। মই ভাবোঁ, আমি 'চহিদ' বানানহে লিখা উচিত। কাৰণ ফাৰ্চী- আৰবীমূলক শব্দৰ প্ৰায় প্ৰতিটো শব্দতে চ আৰু শব্দৰ মাজত সদায় ই-কাৰ। সেইদৰে আগৰ 'শ্বিলং' শব্দটো আমি 'চিলং'— এনেকৈহে লিখা ভাল।

— খুড়া, চ আৰু ছ সম্পৰ্কে আৰু কিবা আছেনে ?

— ক'বলগীয়া বিশেষ নাই।

এইবুলি খুড়াই চ আৰু ছ-যুক্ত এলানি শব্দ অকণক দিলে আৰু চ, ছ-ৰ আলোচনা সামৰিলে।

**এনে উচ্চাৰণৰ, কিন্তু ভিন্ন চ আৰু ছ-যুক্ত কেতবোৰ শব্দ**

| | | |
|---|---|---|
| আচাৰ (নীতি-নিয়ম, মুখ ৰুচিকৰ বস্তু) | — | আছাৰ (কাপোৰ আদি কোনো বস্তুক দ্ৰুতভাৱে সঞ্চালন কৰ) |
| উচ্চল (চলনশীল) | -- | উচ্ছল (উপচি পৰা) |
| গুচি (গুচ্ ধাতুৰ অসমাপিকা ৰূপ) | — | গুছি (কুৰিখিলা পাণৰ গোট) |
| চপা (চাপ্ ধাতুৰ এটা ৰূপ) | — | ছপা (মুদ্ৰিত) |
| চল (সুবিধা) | -- | ছল (প্ৰৱঞ্চনা, কৌশল) |
| চৱাল (প্ৰশ্ন) | ---- | ছৱাল (ল'ৰা) |
| চাই (চা ধাতুৰ অসমাপিকা ৰূপ) | — | ছাই (ভস্ম) |
| চাল (ঘৰৰ ওপৰৰ আৱৰণ) | -- | ছাল (চৰ্ম, গছৰ বাকলি) |
| চালি (সাময়িকভাৱে বা সৰুকৈ দিয়া ঘৰৰ চাল) | — | ছালি (তামোলৰ লগত খোৱা এবিধ গছৰ ছাল) |
| চুটি (কম দৈৰ্ঘ্যৰ) | -- | ছুটী (অৱসৰ) |
| চেই (কুকুৰ আদি খেদোঁতে কৰা ধ্বনি) | --- | ছেই (বীজৰ দীঘল আৱৰণ) |
| চেকনি (এছাৰি) | — | ছেকনি (ছেকা সঁজুলি) |
| চেকা (দাগ) | — | ছেকা (ছেকনিৰে পৰিস্ৰাৱন কৰা) |
| চেৰা (ওপৰেদি পাৰ হৈ যা, আধা, যেনে— চেৰাবলীয়া) | — | ছেৰা (পথাৰত এৰি যোৱা শস্য) |
| চোৱা (দৰ্শন কৰা) | — | ছোৱা (খণ্ড, খণ্ডিত কৰা) |
| বেচ (দাম, বিক্ৰী কৰ) | — | বেছ (এটা সন্তুষ্টিবাচক প্ৰত্যয়) |
| বেচি (বিক্ৰী কৰি) | — | বেছি (সৰহ) |

**প্ৰায় সমোচ্চাৰিত শব্দ**

| | | |
|---|---|---|
| উচ্চ, কিন্তু তুচ্ছ | — | চিত্ৰ, কিন্তু ছত্ৰ |
| চিহ্ন, কিন্তু ছিন্ন | — | ফেঁচা, কিন্তু নেছা |

পাঁচনী, কিন্তু বাহনি — বঞ্চিত, কিন্তু লাঞ্ছিত
বঞ্চনা, কিন্তু বাঞ্ছনা — ম'চ, কিন্তু মোহ
বেচেৰী, কিন্তু লেছেৰি — লেচাৰি, কিন্তু এছাৰি

# পঞ্চম পাঠ

## জ, য; য়, ঞ-ৰ কথা

--- আজি জ, য; য়, ঞ-ৰ কথা।

এই বুলি খুড়াই আৰম্ভ কৰিলে,

--- শোনতে

### জ আৰু য

আমাৰ ভাষাত জ আৰু য-ৰ মাজত উচ্চাৰণৰ পাৰ্থক্য নাই বুলিলেও হয়। 'জাব' আৰু 'যাব'--- এই শব্দ দুটাত জ আৰু য উচ্চাৰণ কৰোঁতে আমি একে ধৰণেই জিভা লৰাওঁ। সেইদৰে 'জন্ম' আৰু যন্ত্ৰ'--- দুযোটা শব্দতে জ আৰু য-ৰ উচ্চাৰণ একে।

জ আৰু য-ৰ লগত আৰু এটা বৰ্ণৰ ধ্বনিগত মিল কিছু আছে। সেইটো হ'ল ঝ। কিন্তু ঝ থকা শব্দ আমাৰ ভাষাত কেইটামানহে। যেনে--- ঝুমুৰা, ঝংকাৰ, ঝটিকা, ঝঞ্ঝা, ঝাড়ু। সেইবিলাকৰো দুটামানত আজিকালি বহুতে জ লিখা কৰিছে। যেনে--- ঝিমঝিম-জিমজিম, ঝনঝন-জনজন, ইত্যাদি।

--- এতিয়া,

জ-ৰ বিষয়ে দুটামান কথা :

এই বুলি খুড়াই ক'বলৈ ধৰিলে,

(১) *তৎসম শব্দৰ সন্ধিত প্ৰথম শব্দৰ শেষৰ বৰ্ণ ৎ বা দ্ হ'লে আৰু দ্বিতীয় শব্দৰ আৰম্ভণিত জ থাকিলে সন্ধিৰ ফলত ৎ বা দ্-অৰ ঠাইত জ হয়* /উদাহৰণ---

| | |
|---|---|
| উৎ + জ্বল = উজ্জ্বল | বিপদ্ + জনক = বিপজ্জনক |
| সৎ + জন = সজ্জন | যাৱৎ + জীৱন = যাৱজ্জীৱন |

(২) *তৎসম শব্দৰ তদ্ভৱ ৰূপ পালে কেতিয়াবা য-ৰ ঠাইত জ হয়।* যেনে--- কাৰ্য-কাজ, সূৰ্য-সূৰুজ।

(৩) *বহিৰাগত শব্দত আমি জ লিখোঁ।* উদাহৰণ---

| | | | |
|---|---|---|---|
| আৰ্জি | দৰ্জা | তৰ্জু | তৰ্জা |
| দৰ্জী | মোজা | গিৰ্জা | জেব্ৰা |
| জংচন | কলেজ | কামিজ | কাগজ |
| আৱাজ | মজুৰ | জুলুম | হুজুৰ |

এটাই মাথোঁ উল্লেখযোগ্য ব্যতিক্ৰম। সেইটো হ'ল 'যাদু'।

--- এতিয়া,

য আৰু য-কাৰৰ কথাঃ

এই বুলি খুড়াই ক'বলৈ ধৰিলে,

(১) *ই, ঈ-ৰ বাহিৰে আন কোনো স্বৰবৰ্ণেৰে আৰম্ভ হোৱা তৎসম শব্দৰ আগত ই-কাৰান্ত শব্দ লগ লাগিলে সন্ধিৰ ফলত ই-ৰ ঠাইত য বা য-কাৰ বহে।*

উদাহৰণ—

| | |
|---|---|
| অতি + অন্ত = অত্যন্ত | উপৰি + উক্ত = উপর্যুক্ত |
| পৰি + অৱসিত = পৰ্যৱসিত | প্রতি + উষ = প্রত্যূষ |
| পৰি + আলোচনা = পৰ্যালোচনা | প্রতি + এক = প্রত্যেক |
| অতি + আচাৰ = অত্যাচাৰ | অতি + ঐশ্বর্য = অত্যৈশ্বর্য |

— খুড়া, আপুনি লিখিলে উপর্যুক্ত। কিন্তু আমিচোন 'উপৰোক্ত' বানানহে পাওঁ।

অকণে এইখিনিতে মাত লগালে।

— 'উপৰোক্ত' অসাধু বানান। শুদ্ধ বানান হ'ল 'উপর্যুক্ত'। উপর্যুক্ত বুলি লিখিবলৈ টান পালে 'উপৰি-উক্ত' বুলিও লিখিব পাৰ।

— খুড়া, আৰু এটা শব্দৰ বানান সোধোঁ। তাৰোপৰি নে তদুপৰি ?

— তদুপৰি। তৎ + উপৰি = তদুপৰি। তাৰোপৰি, উপৰোক্ত আদি বানান ব্যৱহাৰ নকৰাই ভাল। এই প্রসঙ্গতে আমি প্রায়ে ব্যৱহাৰ কৰা আৰু দুটা শব্দৰ কথা কওঁ। শব্দ দুটা হ'ল 'ইতিমধ্যে' আৰু 'ইতিপূর্বে'। সংস্কৃত ব্যাকৰণ মতে শব্দ দুটা হোৱা উচিত 'ইতোমধ্যে' আৰু 'ইতঃপূর্বে'।

এই বুলি খুড়াই পুনৰ আৰম্ভ কৰিলে,

(২) *তব্য, ব্য, ত্য, তদুপৰি যৎ, যক, ণ্য, ষ্য প্রমুখ্যে য শ্রেণীৰ কেইটামান সংস্কৃত প্রত্যয় আছে। কোনো প্রাতিপদিকত বা ধাতুত এই প্রত্যয়কেইটা যোগ হ'লে সাধিত শব্দৰ শেষত য-কাৰ আহে।* গোটাচেৰেক উদাহৰণ—

| | | | |
|---|---|---|---|
| কর্তব্য | গন্তব্য | মন্তব্য | (তব্য প্রত্যয) |
| জ্ঞাতব্য | দাতব্য | বক্তব্য | |
| পিতৃব্য | ভ্রাতৃব্য | (ব্য প্রত্যয় যোগ) | |
| দাক্ষিণাত্য | পাশ্চাত্ত্য | (ত্য প্রত্যয় যোগ) | |
| সৌভাগ্য | যাথার্থ্য | কাঠিন্য | |
| দৈর্ঘ্য | সামর্থ্য | নৈপুণ্য | (য প্রত্যয় যোগ) |
| বাধ্য | দিব্য | লভ্য | |
| অন্ত্য | দন্ত্য | আৰব্য | |

— খুড়া, আপুনি লিখিলে 'পাশ্চাত্ত্য'; কিন্তু আমিচোন লিখোঁ 'পাশ্চাত্য'।

অকণে মন্তব্য কৰিলে।

— ব্যাকৰণসম্মত বানান 'পাশ্চাত্ত্য'। কিন্তু 'পাশ্চাত্য' বানান ইমান বেছিকৈ প্রচলিত যে ইয়াক 'পাশ্চাত্ত্য' শব্দৰ বিকল্প বানান বুলি আমি ধৰি ল'ব লাগিব।

এইখিনিতে তোক দুটামান সকীয়নি দি থওঁ :

(১) *যদি কোনো শব্দৰ অন্ত্যবর্ণ য় হয়, তেন্তে তাত য শ্রেণীৰ প্রত্যয় যোগ দিলে সাধিত শব্দটোত য-ৰ ঠাইত য্য হয়।* যেনে—

সহায়-সাহায্য, ন্যায়-ন্যায্য।

মন কৰিবি, আমাৰ ভাষাৰ য্য আৰু জ্য-ৰ উচ্চাৰণ একে। য্য, জ্য-ৰ লগত

আমাৰ ভাষাত আৰু এটা যুক্তাক্ষৰৰ ধ্বনিগত মিল আছে। সেইটো হ'ল হ্য। যেনে— ভাজ্য, ন্যায্য, বাহ্য। গতিকে এনেবিলাক বানানৰ প্ৰতি সাৱধান হ'বি। মন কৰিবি— নায্য নহয়, ন্যায্য।

(২) *যদি কোনো শব্দৰ অন্ত্যবৰ্ণ ৰ হয়, তেন্তে তাত য শ্ৰেণীৰ প্ৰত্যয় যোগ দিলে সাধিত শব্দটোত ৰ্-অৰ পিচত য্য আছে। কিন্তু আজিকালি দ্বিত্ব বৰ্জন নীতি প্ৰচলিত হোৱাত য-কাৰডাল লিখা নহয়।* উদাহৰণ—

সুন্দৰ- সৌন্দৰ্য গম্ভীৰ-গাম্ভীৰ্য

চতুৰ-চাতুৰ্য ধীৰ- ধৈৰ্য

-- খুড়া, 'দ্বিত্ব বৰ্জন' মানে কি ? অকণে সুধিলে।

--- এই বিষয়ে তোক পিচলৈ ক'ম। (ত্ৰয়োদশ পাঠ দ্ৰষ্টব্য)। এটা কথা এইখিনিতে জানি থ।

(৩) *যৎ নামৰ য শ্ৰেণীৰ প্ৰত্যয়ৰ ভিতৰুৱা এটা প্ৰত্যয় যোগ হ'লে বিশেষ্যই বিশেষণ ৰূপ পায় আৰু সাধিত শব্দত তেতিয়া য-কাৰ আছে।* উদাহৰণ—

| বিশেষ্য | বিশেষণ | বিশেষ্য | বিশেষণ |
|---|---|---|---|
| অন্ত | অন্ত্য | অৰ্ঘ | অৰ্ঘ্য |
| দন্ত | দন্ত্য | নাসিকা | নাসিক্য |
| ওষ্ঠ | ওষ্ঠ্য | আৰব | আৰব্য |

(৪) *অন্ বা অ নামৰ এটা প্ৰত্যয়ৰ সহায়েৰেও কিছুমান বিশেষ্যক বিশেষণ বা পুনৰ বিশেষ্যলৈ নিয়া হয়। তেতিয়া কিন্তু শেষত য-কাৰডাল নাহে।* যেনে—

| বিশেষ্য | বিশেষণ | বিশেষ্য | বিশেষ্য |
|---|---|---|---|
| বিধি | বৈধ | চৰিত্ৰ | চাৰিত্ৰ |
| ভূমি | ভৌম | সুমিত্ৰা | সৌমিত্ৰ |
| শৰৎ | শাৰদ | সুৰভি | সৌৰভ |
| সৰস্বতী | সাৰস্বত | সুভ্ৰাতৃ | সৌভ্ৰাত্ৰ |

এইখিনিতে য-কাৰডালক লৈ প্ৰায়ে খেলিমেলি লগা এযোৰ শব্দৰ কথা তোক কওঁ। শব্দযোৰ হ'ল 'লক্ষ' আৰু 'লক্ষ্য'। লক্ষ আৰু লক্ষ্য সমাৰ্থক নহয়। লক্ষ শব্দৰ অৰ্থ আমাৰ ভাষাত দুটা। এটা হ'ল লাখ; যেনে— 'এক লক্ষ মানুহ'। আনটো অৰ্থ হ'ল চোৱা কাৰ্য, দৰ্শন; যেনে— 'মই চৰাইটো লক্ষ কৰিছোঁ'। আনহাতে 'লক্ষ্য' শব্দৰ অৰ্থ হ'ল দ্ৰষ্টব্য। 'মই চৰাইটো লক্ষ কৰিছোঁ'; কিন্তু 'চৰাইটো মোৰ লক্ষ্য'। 'বিয়াখনক উপলক্ষ কৰি (বা বিয়া উপলক্ষে ) মই গুৱাহাটীলৈ গৈছিলো'; কিন্তু 'বিয়াখন মই গুৱাহাটীলৈ যোৱাৰ উপলক্ষ্যহে আছিল।' উদ্দেশ্য অৰ্থতো লক্ষ্য শব্দ ব্যৱহৃত হয়। যেনে, 'তোমাৰ জীৱনৰ লক্ষ্য কি ?'

— খুড়া, আপুনি ক'লে, 'চৰাইটো মই লক্ষ কৰিছোঁ'। কিন্তু 'চৰাইটোলৈ মই লক্ষ্য কৰিছোঁ' বুলি কলে ভুল হ'ব নেকি ?

অকণে সুধিলে।

— ভুল নহয়, কিন্তু তেতিয়া অৰ্থ হ'ব সুকীয়া। 'চৰাইটো মই লক্ষ কৰিছোঁ'

মানে 'চৰাইটো মই চাইছোঁ'। আনহাতে, 'চৰাইটোলৈ মই লক্ষ্য কৰিছোঁ' মানে 'চৰাইটোলৈ মই (ইংৰাজীত ক'বলৈ গ'লে) aim কৰিছোঁ'।

— লক্ষ আৰু লক্ষ্য শব্দৰ লগত জড়িত আৰু এটা শব্দৰ কথা তোক কওঁ। সেইটো হ'ল 'লক্ষণীয়'। শব্দটো বহুতে ভুলকৈ 'লক্ষ্যণীয়' বুলি লিখে।

এইখিনিলৈকে কৈ খুড়াই জ আৰু য যুক্ত, কিন্তু সমোচ্চাৰিত আৰু প্ৰায় সমোচ্চাৰিত দুটামান শব্দ অকণক দিলেঃ

সমোচ্চাৰিত শব্দঃ

| | |
|---|---|
| জাত (প্ৰসূত, জাতি) | — যাত (গত, প্ৰস্থিত) |
| জান (জুৰি, হৃদয়) | — যান (বাহন) |
| জাৰ (শীত) | — যাৰ (যি বস্তুৰ বা প্ৰাণীৰ) |
| জুতি (স্বাদ) | — যুতি (এবিধ ফুল) |
| জোৰ (বল) | — যোৰ (যুগ্ম, হাল) |

প্ৰায় সমোচ্চাৰিত শব্দঃ

| | |
|---|---|
| নিৰ্জিত, কিন্তু নিৰ্যাতিত | ৰাজ্য, কিন্তু ন্যায্য |
| প্ৰজাতি, কিন্তু যযাতি | সজ্জা, কিন্তু শয্যা |
| এতিয়া, | |

## য় আৰু এঃ

এইবুলি খুড়াই পুনৰ আৰম্ভ কৰিলে,

— শোনতে

য়-ৰ কথাঃ

— সংস্কৃত ভাষাত য বৰ্ণটো য়-ৰ দৰে উচ্চাৰিত হয়। যেনে— আমি কওঁ 'যমুনা'; সংস্কৃতত (আৰু হিন্দীতো) কয় 'য়মুনা'। সংস্কৃত ভাষাত য় আখৰ নাই। আমি সংস্কৃতৰ য-ৰ ঠাইত কেতিয়াবা লিখোঁ য, কেতিয়াবা য়। দুটামান উদাহৰণ দিওঁ। ধৰ, 'যোগ' শব্দটো। ইয়াৰ পৰা—

যোগাযোগ, দুৰ্যোগ, সংযোগ; কিন্তু বিয়োগ, প্ৰয়োগ, নিয়োগ।

সেইদৰে 'যোজন' শব্দৰ পৰা—

সংযোজন, বিযোজন; কিন্তু আয়োজন, প্ৰয়োজন।

মন কৰিবি— প্ৰয়োজন; কিন্তু প্ৰযোজনা, প্ৰযোজক।

বিদেশী শব্দৰ আৰম্ভণিত কাচিৎহে য় বহে (যেনে— য়ুৰোপ, য়াক, য়াকুব, য়েট্চ)।

মনত ৰাখিবি, *আমাৰ ভাষাত শব্দৰ অন্ত্য বৰ্ণ কেতিয়াও য নহয়। তৎসম, তদ্ভৱ শব্দৰ আৰম্ভণিত সদায় য আৰু শেষত য়।*

উদাহৰণ—

যন্ত্ৰ, যাতনা, যদ্যপি; কিন্তু জয়, বিজয়, সহায়।

ৰেফৰ লগত আৰু য-ফলাৰ আগতো, য় নহয়। যেনে— কাৰ্য, আৰ্য, ন্যায্য, সাহায্য।

— এতিয়া,

ঞ-ৰ কথাঃ

এই বুলি খুড়াই ক'বলৈ ধৰিলে,

— আমাৰ ভাষাৰ উচ্চাৰণত য়-ৰ তুলনীয় আনটো বৰ্ণ হ'ল ঞ। ঞ এটা অনুনাসিক বৰ্ণ। ইয়াৰ উচ্চাৰণ য়ঁ-ৰ নিচিনা। সেই কাৰণে কোনো কোনো শব্দ ঞ, য়ঁ— দুয়োধৰণেই লিখা হয়। যেনে—

চিঞা—চিয়ঁা      জিঞা—জিয়ঁা

চিঞাহী—চিয়ঁাহী      চিঞৰ—চিয়ঁৰ

সেই বুলি সকলো শব্দতে ঞ-ৰ ঠাইত য়ঁ লিখা নাযায়। যেনে— ভঞা কেঞা, মিঞা, গঞা।

ঞ-ৰ বিষয়ে আৰু দুটামান কথা কওঁ শুনঃ

(১) *ঞ-ৰ লগত অ, আ-ৰ বাহিৰে আন স্বৰবৰ্ণ সচৰাচৰ যুক্ত নহয়।* ঞ-ৰ লগত ই-কাৰ থকা এটাই মাথোন প্ৰচলিত শব্দ আমাৰ ভাষাত আছে। সেইটো হ'ল 'গোহাঞি'। শব্দটোৰ আন এটা ৰূপ হ'ল 'গোহাঁই'।

(২) *চ, ছ, জ আৰু ঝ-ৰ সংযুক্ত যুক্ত বৰ্ণ হিচাপে ঞ-ৰ ব্যৱহাৰ আছে।* যেনে—

মঞ্চ (ম + ঞ্ + চ)      বাঞ্ছা (বা + ঞ্ + ছা)

আঞ্জা (আ + ঞ্ + জা)      ঝঞ্ঝা (ঝ + ঞ্ + ঝা)

এনে ধৰণৰ কেতবোৰ শব্দ হ'ল,

| | | | |
|---|---|---|---|
| ইঞ্চি | সঞ্চয় | খাজাঞ্চি | কাঞ্চী |
| ইঞ্জিন | মঞ্জিল | ভিঞ্জাৰ | গেঞ্জি |

(৩) *চ আৰু জ-ৰ পিচত যুক্ত বৰ্ণ হিচাপেও কেতিয়াবা ঞ ব্যৱহৃত হয়।* যেনে

যাচ্ঞা (যা + চ্ + ঞা)      জ্ঞান (জ্ + ঞা + ন)

সংস্কৃত ভাষাত জ্ঞ-ৰ উচ্চাৰণ গ্য; কিন্তু আমি ইয়াক গ্য হিচাপে উচ্চাৰণ কৰোঁ। যেনে— যজ্ঞ, যোগ্য।

মন কৰিবি,— ঞ্ + জ = ঞ্জ আৰু জ্ + ঞ = জ্ঞ। বহুতেই এই পাৰ্থক্য ধৰিব নোৱাৰি জ্ঞ-ক ঞ্জ হিচাপে লিখে। যেনে — বিজ্ঞান-অৰ সলনি বিঞ্জান। মন কৰিবি —

বিজ্ঞান, কিন্তু ব্যঞ্জন      আজ্ঞা, কিন্তু আঞ্জা

অজ্ঞাত, কিন্তু সঞ্জাত      যজ্ঞ, কিন্তু জঞ্জাল

ইমানলৈকে কৈ খুড়াই সেইদিনাৰ আলোচনাৰ সামৰণি পেলালে।

# ষষ্ঠ পাঠ

## ট, ত-ৰ কথা

একাকি বিহুগীতেৰে আজিৰ আলোচনা আৰম্ভ কৰোঁ।
এইবুলি খুবাই গালে,

অমিয়া কলৰে পাতে নাকাটিবা
ছিৰ্টিকি পৰিব এঙা,
শতৰুক দেখুৱাই কেটেৰাই মাতিবা
ভিতৰি নেৰিবা বেথা।

তই নিশ্চয় মন কৰিছ, গীতফাকিত ট, ত, ঠ, থ বৰ্ণযুক্ত শব্দ কেইবাটাও আছে। ট, ঠ, ড, ঢ, ণ - এই পাঁচোটা হ'ল ট-বৰ্গ, আৰু ত, থ, দ, ধ, ন-- এই পাঁচোটা হ'ল, ত বৰ্গ। ট বৰ্গৰ বৰ্ণকেইটা 'মূৰ্ধন্য', জিভাৰ আগটো মূৰ্ধাত, অৰ্থাৎ মুখ -গহ্বৰৰ ওপৰ অংশৰ প্ৰায় মাজত লগাই এই বৰ্ণকেইটা উচ্চাৰণ কৰিব লাগে। আনহাতে ত বৰ্গৰ বৰ্ণকেইটা 'দন্ত্য'; জিভাৰ আগটো দাঁতৰ গুৰিৰ অলপ ওপৰত লগাই এই বৰ্ণকেইটা উচ্চাৰণ কৰা উচিত। সংস্কৃত ভাষাত এনে উচ্চাৰণ আছে, কিন্তু আমাৰ ভাষাত নাই। গতিকে এই বৰ্ণযুক্ত শব্দবোৰ লিখোঁতে আমাৰ বানান ভুল হয়।

আজি তোক ট আৰু ত ৰ বিষয়ে কিছু কথা কওঁ:

*(১) ইংৰাজী ভাষাৰ পৰা আৰু তাৰ যোগেদি অহা প্ৰায় প্ৰতিটো শব্দত ট। উদাহৰণ-*

| | | | |
|---|---|---|---|
| বটল | বুটাম | টেনিচ | চনেট |
| লাইট | টিউব | টেবুল | টুল |
| টাউন | কমিটি | ট্ৰেইন | কেণ্টিন |
| মিষ্টাৰ | মাষ্টাৰ | প্লাষ্টাৰ | প'ষ্টাৰ |
| ষ্টেডিয়াম | ডাষ্টবিন | ৰেষ্টুৰেণ্ট | মেজিষ্ট্ৰেট |

'ডাক্টৰ' এটা উল্লেখযোগ্য ব্যতিক্ৰম। 'ডাক্তৰ', কিন্তু 'ডক্টৰেট'।

*(২) ফাৰ্চী-আৰবীমূলক প্ৰায় প্ৰতিটো শব্দতে ত।* উদাহৰণ

| | | | |
|---|---|---|---|
| তম্বু | তৰ্জু | তক্তা | তৰ্জমা |
| তলব | তালিম | তবৰ | তামাচা |
| তাজ্জব | তাৰিখ | তাগিদা | তালাক |
| মজবুত | মেৰামতি | দস্তখত | কেৰামতি |

'টক্স' এটা উল্লেখযোগ্য ব্যতিক্ৰম।

*(৩) তৎসম শব্দত ষ আৰু ণ-ৰ লগত ট, আৰু স আৰু ন-ৰ লগত ত যোগ হয়।* উদাহৰণ-

| | | | |
|---|---|---|---|
| কৃষ্টি | দৃষ্টি | আকৃষ্ট | বিনষ্ট |
| ঘণ্টা | নিৰ্ঘণ্ট | কণ্টক | বণ্টন |

| | | | |
|---|---|---|---|
| বস্তু | স্তূপ | নিবস্ত | স্তাবক |
| দন্তু | অন্তু | কিন্তু | জন্তু |

বিদেশী শব্দতো আমি একেই নিয়ম খটুৱাওঁ। যেনে-

| | | | |
|---|---|---|---|
| ষ্টক | ষ্টীল | ষ্টল | ষ্ট'ৰ |
| কেন্টিন | পেইন্টিং | পইন্ট | টুৰ্ণামেন্ট |
| মস্ত | কিস্তি | মস্তান | ইস্তফা |
| ইন্তেকাল | ইন্তেজাম | ইন্তেজাৰ | ইন্তেকাম |

ট-বৰ্ণযুক্ত কেতবোৰ দেশজ শব্দ

| | | | |
|---|---|---|---|
| টকালি | টিলিকি | টেকেলা | টেলেকা |
| টিকটিক | টুটকীয়া | টংটং | টেৰেচীয়া |
| টকাবী | টোৰটোৰণি | টটাটিঙা | টেংটেঙীয়া |
| টপৰাই | ছিটিকনি | ভাকুটৰ্কুট | লটিঘটি |

'টপৰাই' শব্দটো মন কৰিবি। বহুতে 'তপৰাই' বুলি লিখে। আনহাতে 'টঙাই' নহয়, 'তঙাই'।

এতিয়া,

ৎ-অৰ কথা

ত্-অৰ আন এটা ৰূপ হ'ল ৎ। ইয়াৰ নাম হসন্ত ত বা খণ্ড ত ('খণ্ডীয়া ত')। এই বৰ্ণটোৰ বৈশিষ্ট্য হ'ল,-- ই কেতিয়াও স্বৰান্বিত নহয়। এই বৰ্ণযুক্ত ভালেমান শব্দ আমাৰ ভাষাত আছে। যেনে-

| | | | |
|---|---|---|---|
| চিৎ | কিঞ্চিৎ | কাচিৎ | কদাচিৎ |
| মহৎ | জগৎ | হঠাৎ | ঈষৎ |
| তড়িৎ | হৰিৎ | বিদ্যুৎ | বৃহৎ |
| উৎসাহ | সৎকাৰ | উৎকীৰ্ণ | তৎপৰ |
| বীভৎস | চিকিৎসা | চীৎকাৰ | বৎসল |
| ভৱিষ্যৎ | আত্মসাৎ | পিতৃৱৎ | উৎপাত |

ফাৰ্চী-আৰবী ভাষাৰ পৰা অহা ভালেমান শব্দতো আমি এই বৰ্ণ ব্যৱহাৰ কৰোঁ বা কৰিব পাৰোঁ। যেনে-

| | | | |
|---|---|---|---|
| দৌলৎ | কৈফিয়ৎ | ফেৰৎ | হেফাজৎ |
| মজবুৎ | খিলাফৎ | তফাৎ | দস্তখৎ |

-- কিন্তু খুড়া, শৰৎ, জগৎ, ভৱিষ্যৎ আদি শব্দবোৰতো আমি শৰত, জগত, ভৱিষ্যত— এনে ধৰণেও লিখোঁ।

অকণে মন্তব্য কৰিলে।

— নিলিখা ভাল; কিন্তু লিখিবও পাৰ। কিয়নো আমাৰ ভাষাত কোনো শব্দৰ শেষত থকা ত-বৰ্ণটো প্ৰায়ে ৎ-অৰ দৰে উচ্চাৰিত হয়। সেইবুলি যিবিলাক তৎসম

শব্দৰ অন্তত ত হয়, সেইবিলাকত ত-ৰ ঠাইত ৎ লিখিলে ভুল হ'ব। যেনে— প্ৰয়াতৰ ঠাইত প্ৰয়াৎ বা উচিতৰ ঠাইত উচিৎ। সেইদৰে সংকাৰ, চিকিৎসা, উৎপীড়ন আদি মাজত ৎ থকা শব্দত ৎ-ৰ ঠাইত ত লিখা ভুল।

— খুড়া, ৰঞ্জিত শব্দটো কোনো কোনোৱে 'ৰঞ্জিৎ'- এনেকৈয়ো লিখে। ৰঞ্জিত বানান শুদ্ধনে ?

— অশুদ্ধ। কোনোবা মানুহৰ নাম হয় ৰণজিৎ, নহয় ৰঞ্জিত। যি ৰণত জয়ী হয়, তেওঁ ৰণ(অ)জিৎ। আনহাতে ৰঞ্জিত শব্দৰ অৰ্থ হ'ল ৰঞ্জনকৃত, চিত্ৰিত, উজ্জ্বলিত। ৰঞ্জিৎ, অতিৰঞ্জিৎ আদি বানান লিখা অনুচিত।

— খুড়া, অজিত নে অজিৎ ?

অকণে পুনৰ সুধিলে।

— অজিত আৰু অজিৎ দুয়োটা বানানেই শুদ্ধ। কিন্তু দুয়োটাৰে অৰ্থ সুকীয়া। অজিত মানে যি পৰাজিত নহয়। আনহাতে জিৎ শব্দৰ অৰ্থ হ'ল জয় কৰোঁতা, জেতা। যেনে-- ইন্দ্ৰক জয় কৰোঁতা = ইন্দ্ৰজিৎ; বিশ্বক জয় কৰোঁতা = বিশ্বজিৎ। গতিকে অজিৎ মানে যি কাকো জয় নকৰে, অৰ্থাৎ জয় নকৰোঁতা।

মনত ৰাখিবি—

| | |
|---|---|
| কাচিৎ, কিন্তু উচিত | তড়িৎ, কিন্তু ত্বৰিত |
| বিদ্যুৎ, কিন্তু প্ৰদ্যোত | আত্মসাৎ, কিন্তু উৎপাত |
| বৃহৎ, কিন্তু নিহত | পৰিক্ষিৎ, কিন্তু পৰীক্ষিত |

-- খুড়া, ত-যুক্ত দুটামান শব্দৰ বানানত মোৰ সদায় খোকোজা লাগে। কওকচোন, কোনকেইটা বানান শুদ্ধ ? --- তত্ত্ব নে তত্ব ? সত্ত্বা নে সত্বা ? সত্ব নে স্বত্ত্ব ? আয়ত্ত্ব নে আয়ত্ব ?

--- এইটো ভাল প্ৰশ্ন কৰিছ। এই শব্দকেইটা লিখোঁতে বহুতৰে বানান ভুল হয়, এনেকি ডাঙৰ সাহিত্যিকসকলৰো। আজিকালি বহুতে দ্বিত্ব বৰ্জিত হ'ল বুলি ভাবি যিবোৰ শব্দত ত্ত্ব লিখিব লাগে, সেইবোৰতো কেৱল ত্ব লিখি থৈ দিয়ে। সন্ধিৰ এটা সামান্য নিয়ম মনত ৰাখিলে এই ভুলৰ পৰা হাত সাৰি থাকিব পাৰি। নিয়মটো হ'ল----

*মূল শব্দৰ শেষত ৎ থাকিলে আৰ তাৰ লগত ত্ব প্ৰত্যয যোগ হ'লে সন্ধিৰ ফলত সি ত্ত্ব হয়, আৰু তা প্ৰত্যয় যোগ হ'লে সন্ধিৰ ফলত সি ত্তা হয। উদাহৰণ—*

| | |
|---|---|
| সৎ+ত্ব = সত্ত্ব | সৎ+তা = সত্তা |
| তৎ+ত্ব = তত্ত্ব | ধীমৎ+তা = ধীমত্তা |
| মহৎ+ত্ব = মহত্ত্ব | সাৱৱৎ+তা = সাৱৱত্তা |

— কিন্তু খুড়া, স্বত্ব নে স্বত্ত্ব ? আয়ত্ব নে আয়ত্ত্ব ?

অকণে পুনৰ সুধিলে।

— শুদ্ধ বানান স্বত্ব আৰু আয়ত্ত। স্বত্বৰ কথা তোক আওপকীয়াকৈ কলোৱেই, — স্ব + ত্ব = স্বত্ব। সেইদৰে কৃতিত্ব, মন্ত্ৰিত্ব, শ্ৰেষ্ঠত্ব ইত্যাদি। 'স্বত্ব' শব্দটোক 'চৰ্ত' শব্দৰ লগত খেলিমেলি নকৰিবি। স্বত্ব মানে হ'ল মালিকানা; আনহাতে চৰ্ত

মানে হ'ল চুক্তি, বন্দোবস্তি।

আয়ত্তৰ কথাটো অলপ সুকীয়া। ত্ব আৰু তা দুয়োটা হ'ল তদ্ধিত প্ৰত্যয়। প্ৰাতিপদিকৰ পিচত সিহঁত লগ লাগে। আনহাতে আয়ত্ত শব্দ গঠিত হৈছে ক্ত বা ত নামৰ এটা প্ৰত্যয় যোগৰ ফলত। এই প্ৰত্যয়টো কৃৎ প্ৰত্যয়; অৰ্থাৎ ধাতুৰ পিচত ই লগ লাগে। আয়ত্ত শব্দটো এনেকৈ আহিছে— আ (উপসৰ্গ) + যৎ (ধাতু) + ক্ত (প্ৰত্যয়) = আয়ত্ত। সেইদৰে দত্ত, মত্ত, চিত্ত, স্বায়ত্ত ইত্যাদি। 'স্বায়ত্ত' শব্দটো মন কৰিবি। বহুতে 'স্বায়ত্ব' বুলি লিখে।

— এইখিনিতে এটা তদ্ধিত প্ৰত্যয়ৰ কথা মনত পৰিছে। সেইটো হ'ল 'সাৎ'। আত্মসাৎ, ভস্মসাৎ আদি শব্দবোৰ শুনিছ নহয়। আত্মসাৎ কৰা মানে নিজৰ দৰে কৰি পেলোৱা; ভস্মসাৎ কৰা মানে ভস্মৰ দৰে হৈ পৰা।

— খুড়া, আত্মসাৎ, ভস্মসাৎ। কিন্তু ধূলিস্যাৎ কিয় ?

— ধূলিস্যাৎ শুদ্ধ বুলিনো তোক কোনে ক'লে ? ধূলিস্যাৎ নহয়, ধূলিসাৎ। সেইদৰে ভূমিস্যাৎ নহয়, ভূমিসাৎ।

— নস্যাৎ শব্দও তেন্তে ভুল ?

অকণে প্ৰশ্ন কৰিলে।

— এই শব্দটো আকৌ ভুল নহয়। কাৰণ ন-ৰ লগত সাৎ প্ৰত্যয় যোগ হৈ এই শব্দ হোৱা নাই। ইয়াত ন-ৰ লগত যোগ হৈছে 'থকা' অৰ্থ বুজোৱা স্যাৎ নামৰ এটা শব্দ। গতিকে নসাৎ নহয়, নস্যাৎ। নস্যাৎ মানে অস্তিত্বহীন।

- এতিয়া লিখোঁতে প্ৰায়ে খেলিমেলি লগা দুটামান যুক্ত ব্যঞ্জনৰ কথা তোক কওঁ;

ত্ + ৰ্ + উ = ত্ৰু আৰু ক্ + ৰ্ + অ = ক্ৰ।

ত্ৰুটি, কিন্তু ক্ৰদ্ধ। 'ত্ৰুটি' শব্দটো 'ক্ৰটি'— এনেকৈ নিলিখিবি।

এইখিনিলৈকে কৈ খুড়াই সুকীয়া ট আৰু ত-যুক্ত কেতবোৰ শব্দ অকণক দিলে আৰু সেইদিনাৰ আলোচনা সামৰিলে।

**একে উচ্চাৰণৰ শব্দ**

| | |
|---|---|
| অটল (স্থিৰ) | অতল (তল নথকা) |
| আঁট (টানকৈ বান্ধ) | আঁত (সূতাৰ আগ) |
| আটা (ঘেঁহুৰ গুৰি) | আতা (মান্যজন) |
| খাট (কাঠেৰে সজা শয্যাধাৰ) | খাত (দূৰৈত থকা মাটি-বাৰী, কষ্ট কৰ) |
| ঘাটি (কম হোৱা, মানুহ-দুনুহ, যান-বাহনাদি গোট খোৱা ঠাই) | ঘাতী (বধ কৰোঁতা) |
| ছাটি (আবৰি ধৰি) | ছাতি (ৰ'দ-বৰষুণৰ পৰা ৰক্ষা পাবৰ বাবে লোৱা এবিধ সঁজুলি) |
| তট (নৈৰ দাঁতি) | তত্ (চেতনা, বোধ) |
| টান (কঠিন) | তান (সুৰৰ আলাপ) |

| | |
|---|---|
| নটী (নাচনী) | নতি (হেলনীয়া অৱস্থা, পৰাভৱ) |
| পটা (মচলা আদি পিহা সঁজুলি) | পতা (চকু ঢকা ছাল) |
| পটি (কাপোৰৰ পাৰি; ঘৰ আদিৰ লানি) | পতি (স্বামী, শুশ্রূষা) |
| পুট (পাত্র, আধাৰ) | পুং (নৰক বিশেষ) |
| বাট (ৰাস্তা) | বাত (এবিধ বেমাৰ) |
| ভাটি (নৈ সোঁতৰ দিশ) | ভাতী (কমাৰৰ জুই শাল) |
| মিটা (প্রয়োজন পূৰণ কৰ) | মিতা (সখি) |
| শকট (গাড়ী) | শকত (ডাঙৰ পুষ্ট) |
| সিটা (ৰস চেপাৰ পিচত থাকি যোৱা অংশ) | সীতা (ৰামৰ পত্নী) |
| হাটী (ঘৰ আদিৰ লানি) | হাতী (এবিধ জন্তু) |

## প্রায় সমোচ্চাৰিত শব্দ

| | |
|---|---|
| কেটেপা, কিন্তু কতপা | কেটেৰা, কিন্তু লেতেৰা |
| কৃষ্টি, কিন্তু কিস্তি | ঘাট, কিন্তু আঘাত |
| চটুল, কিন্তু চতুৰ | যষ্টি, কিন্তু বস্তি |
| টঙালি, কিন্তু তঙাল | |

## সপ্তম পাঠ

## ঠ, থ; ড, দ; ঢ, ধ-ৰ কথা

— যোৱা পালত তোক ট আৰু ত-ৰ কথা কৈছিলোঁ। আজি তোক ণ আৰু ন-ৰ বাহিৰে ট আৰু ত বৰ্গৰ বাকীকেইটা বৰ্ণৰ বিষয়ে ক'ম।

এই বুলি খুড়াই আৰম্ভ কৰিলে,

— প্ৰথমে,

### ঠ আৰু থ

ঠ-বৰ্ণযুক্ত শব্দ বেছি নাই। এনে থলুৱা শব্দ গোটাচেৰেক হ'ল:

| | | | |
|---|---|---|---|
| ব'ঠা | আঠা | লেঠা | মিঠা |
| ঠন | ঠোঁট | ঠাৰ | ঠিলা |
| ঠৰঙা | ঠিহিৰা | ঠেৰেঙা | ঠিকনা |
| ঠলামূৰি | ঠনঠনীয়া | ঠিকাদাৰ | ঠাঁচঠাঁচ |

ঠ আৰু থ-ৰ বিষয়ে দুটামান কথা মনত ৰাখিবি:

(১) *তৎসম, তদ্ভৱ আৰু বিদেশী শব্দতো ণ আৰু ষ-ৰ লগত ঠ, আনহাতে ন আৰু স-ৰ লগত থ সদায় যোগ হয়।* উদাহৰণ—

কণ্ঠ, কুণ্ঠা, লণ্ঠন; কিন্তু পন্থ, গ্ৰন্থ, মন্থন।

সেইদৰে শ্ৰেষ্ঠ, জ্যেষ্ঠ, পাপিষ্ঠ; কিন্তু প্ৰস্থ, স্থান, মুখস্থ।

'পাপিষ্ঠ' শব্দটো মন কৰিবি। পাপী, পাপীয়সী; কিন্তু পাপিষ্ঠ। সেইদৰে 'অতিষ্ঠ', 'অতীষ্ঠ' নহয়।

(২) *'স্থ'ৰে আৰম্ভ হোৱা কোনো শব্দৰ আগত ই বা উ কাৰান্ত উপসৰ্গ লগ লাগিলে স্থ-ৰ সলনি ষ্ঠ হয়।* যেনে—

অনু+স্থান=অনুষ্ঠান　　প্ৰতি+স্থান=প্ৰতিষ্ঠান

বি+স্থা=বিষ্ঠা　　প্ৰতি+স্থা=প্ৰতিষ্ঠা

কিন্তু সু উপসৰ্গ লগ লাগিলে 'স্থ' অবিকৃত ৰূপত থাকে। যেনে— সুস্থ, সুস্থিৰ, ইত্যাদি।

প্ৰতিষ্ঠান, অনুষ্ঠান, অধিষ্ঠান— এই শব্দকেইটা বিশেষভাৱে লক্ষ কৰিবি। বহুতে প্ৰতিস্থান, অনুস্থান, অধিস্থান— এনেকৈ লিখে।

(৩) *কেতিয়াবা মূল শব্দত ত/থ থাকিলেও তদ্ভৱ শব্দত ট/ঠ হয়।* যেনে—

তুঙ্গ-টিং　　স্থান-ঠাই　　মৃত্তিকা-মাটি

বিকৃত-বিকট　　গ্ৰন্থি-গাঁঠি　　কৰ্তৰী-কটাৰী

— খুড়া, শপত নে শপথ?

অকণে মাজতে সুধিলে।

— শপথ তৎসম শব্দ, শপত তদ্ভৱ শব্দ।

খুড়াই ক'লে আৰু প্ৰায় একে উচ্চাৰণৰ, কিন্তু ভিন্ন ঠ আৰু থ-যুক্ত গোটাচেৰেক শব্দ অকণক দিলেঁ:

| | | |
|---|---|---|
| কঠা (মাটিৰ আৰু শস্যাদিৰ জোখ) | — | কথা (বচন, বৃত্তান্ত) |
| কাঠ (গছৰ শুকান খণ্ড) | — | ক্বাথ (সিজোৱা কাৰ্য বা তাৰ পৰা পোৱা আৰক) |
| ঠৰ (লৰাব-চৰাব নোৱাৰা হোৱা) | — | থৰ (স্থিৰ, ধৈৰ্য) |
| ঠাল (গছৰ ডাল) | — | থাল (কাঁহী) |
| পাঠ্য (পঠনীয়) | — | তথ্য (থকা বস্তু) |
| পুঠি (এবিধ গছ) | — | পুথি (কিতাপ) |
| লাঠি (লাখুটি) | — | লাথি (লাথ) |

### ড, দ আৰু ঢ, ধ-ৰ কথা

এই বুলি খুড়াই পুনৰ আৰম্ভ কৰিলে,

— ড আৰু ঢ, বিশেষকৈ ঢ-বৰ্ণযুক্ত শব্দৰ সংখ্যা তাকৰ। এনে শব্দ দুটামান পোনতে তোক দিওঁ:

| | | | |
|---|---|---|---|
| ডঁৰিকণা | ডকাইত | ডবাডৰ | ডাংকোপ |
| ডাঁহেচিয়া | ডাঙৰীয়া | ডেডাউৰি | ডেমডেউকা |
| ঢাঁহিমুহি | ঢলংপলং | ঢুলঢুলীয়া | ঢিমিক-ঢামাক |

ইংৰাজীমূলক শব্দবিলাকতো আমি সততে ড ব্যৱহাৰ কৰোঁ। যেনে—

| | | | |
|---|---|---|---|
| ডাউন | ডাক্তৰ | লণ্ডন | ডাষ্টবিন |
| ড্ৰিল | ড্ৰিংক | ড্ৰাম | বেডমিণ্টন |

এইখিনিতে এটা সৰু শব্দ মনত পৰিছে। শব্দটো হ'ল 'দাণ্ডি'। ডাণ্ডি নহয়, দাণ্ডি। দাং, দাণ্ডি। বহুতে 'ডাণ্ডি' বুলি লিখে। কেতিয়াবা ভুল হোৱা এনে আন এটা শব্দ হ'ল 'ডাল'। 'এদাল', 'দুদাল' নহয়; 'এডাল', 'দুডাল'।

ড আৰু দ সম্পৰ্কে দুটামান মনকৰিবলগীয়া কথা হ'ল:

(১) *তৎসম-তদ্ভৱ শব্দৰ ণ-ৰ লগত ড আৰু ঢ, আনহাতে ন-ৰ লগত দ আৰু ধ সদায় যুক্ত হয়।* উদাহৰণ—

| | | | |
|---|---|---|---|
| অণ্ড | কুণ্ডল | মণ্ডল | সণ্ঢালনি |
| নন্দ | কন্দল | আনন্দ | সন্ধান |

বিদেশী শব্দতো একেই নিয়ম। উদাহৰণ—

| | | | |
|---|---|---|---|
| ঠাণ্ডা | ঝাণ্ডা | কেলেণ্ডাৰ | বাইণ্ডাৰ |
| ধান্দা | বান্দা | অন্দৰ | বন্দৰ |

(২) *কোনো কোনো তৎসম শব্দৰ শেষত ৎ থাকিলে ৎ-অৰ সলনি দ্ লিখা হয়।* যেনে—

বিপৎ—বিপদ্ উপনিষৎ—উপনিষদ্

পৰিষৎ—পৰিষদ্ বিজ্ঞানৱিৎ—বিজ্ঞানৱিদ্

(৩) *তৎসম সন্ধিৰ ক্ষেত্ৰত, প্ৰথমটো শব্দৰ শেষত ৎ বা দ্ থাকিলে আৰু দ্বিতীয়টো শব্দৰ আৰম্ভণিতে হ্ বা ধ থাকিলে সন্ধিৰ ফলত দুয়ো বৰ্ণ মিলি দ্ধ হয়।*
উদাহৰণ—

উৎ+হৃতি=উদ্ধৃতি　　পদ্+হতি=পদ্ধতি
উৎ+হাৰ=উদ্ধাৰ　　শ্ৰৎ+ধা=শ্ৰদ্ধা

(৪) *তৎসম সন্ধিৰ ক্ষেত্ৰত প্ৰথমটো শব্দৰ শেষত ৎ আৰু দ্বিতীয়টো শব্দৰ আৰম্ভণিতে স্বৰবৰ্ণ, গ/ঘ/ধ/ব/ভ/ম/য/ৰ/ৱ থাকিলে ৎ-ৰ ঠাইত দ্ হয়।* উদাহৰণ—

উৎ+অগ্ৰ=উদগ্ৰ　　সৎ+ধৰ্ম=সদ্ধৰ্ম
সৎ+আলাপ=সদালাপ　　উৎ+বুদ্ধ=উদ্বুদ্ধ
সৎ+উত্তৰ=সদুত্তৰ　　সৎ+ভাৱ=সদ্ভাৱ
সৎ+গতি=সদগতি　　সৎ+ৱংশ=সদ্‌বংশ
উৎ+ঘাটন=উদ্‌ঘাটন　　উৎ+যাপন=উদ্‌যাপন
হৃৎ+ৰোগ=হৃদ্‌ৰোগ

এইখিনিতে কে কৈ খুড়াই একে আৰু প্ৰায় একে উচ্চাৰণৰ, কিন্তু ভিন্ন ড, দ আৰু ঢ, ধ-যুক্ত শব্দৰ এখন তালিকা অকণক দিলে:

| | | |
|---|---|---|
| আড্ডা (মেল) | — | আদা (এবিধ গছৰ শিপা) |
| উড্ডয়ন (উৰা কাৰ্য) | — | উদয়ন (উদয় হোৱা কাৰ্য) |
| ডন (এবিধ ব্যায়াম) | — | দন (কাজিয়া) |
| ডবা (এবিধ খেল) | — | দবা (এবিধ বাদ্য) |
| ডৰ (ভয়) | — | দৰ (দাম) |
| ডৰা (খেতি-বাতিৰ উদ্দেশ্যে তৈয়াৰী মাটিৰ খণ্ড) | — | দৰা (বিয়া কৰাবলৈ ওলোৱা পুৰুষ; দৰ-দাম কৰ) |
| ডাবি (ধমকনি) | — | দাবী (স্বত্ব, হক) |
| ডেই (পোৰা) | — | দেই (এটা অনুৰোধবাচক অব্যয়) |
| ডেও (জঁপ) | — | দেও (ভূত-প্ৰেত, মহাশয়) |

এইদৰেই সিদিনাৰ আলোচনা অন্ত পৰিল।

# অষ্টম পাঠ

## ণ, ন-ৰ কথা

-- মাধৱদেৱৰ গুৰু ভটিমা পঢ়িছনে ?

খুড়াই অৰুণক সুধিলে আৰু ক'লে,

-- এইটো শংকৰদেৱক লৈ লিখা এটা সুন্দৰ কবিতা। কবিতাটোৰ এটা ফাঁকি তোক মাতি শুনাওঁ:

ত্ৰিভুৱন বন্দন দৈৱকী নন্দন
যো হৰি মাৰল কংস।
জগজন তাৰণ দেৱ নাৰায়ণ
শঙ্কৰ তাকেৰি অংশ॥

--- মন কৰিছ নিশ্চয়, কবিতাফাকিৰ কেইটামান শব্দত ন, কেইটামানত আকৌ ণ।

### তৎসম শব্দত ণ আৰু ন

ন-যুক্ত শব্দৰ তুলনাত ণ-যুক্ত শব্দৰ সংখ্যা কম। নিত্য ণ-যুক্ত কেতবোৰ তৎসম শব্দৰ তালিকা পোনতে তোক দিওঁ:

নিত্য ণ-যুক্ত শব্দ

| | | | | |
|---|---|---|---|---|
| কঙ্কণ | কল্যাণ | কণ | চিক্কণ | ফণা |
| গুণ | ঘূণ | চাণক্য | পুণ্য | বীণা |
| নিপুণ | পণ | পণ্য | বিপণি | ৰেণু |
| বণিক | বাণিজ্য | বাণী | মাণিক্য | বেণু |
| নিক্কণ | ভণিতা | মণি | বেণী | গণ |
| লাৱণ্য | লৱণ | তূণ | শাণ | শণ |

এনেবোৰ শব্দৰ বাহিৰে আন শব্দত ণ-ৰ ব্যৱহাৰ কেতিয়া হয়, তাৰ কেইটামান নিয়ম আছে। নিয়মকেইটাক 'ণত্ববিধি' বুলি কোৱা হয়। চমুকৈ নিয়মকেইটা হ'ল:

(১) *ঋ, ৰ, ষ ৰ পিচত সদায় ণ।* উদাহৰণ—

| | | | | |
|---|---|---|---|---|
| ঋণ | তৃণ | ঘৃণা | মৃণাল | (ঋ-ৰ পিচত ণ) |
| কাৰণ | কিৰণ | তৰুণ | অৰুণ | (ৰ-ৰ পিচত ণ) |
| উচ্চাৰণ | ব্যাকৰণ | সাধাৰণ | আৱৰণ | |
| শোষণ | ভূষণ | বিষ্ণু | সহিষ্ণু | (ষ-ৰ পিচত ণ) |
| নিষ্পেষণ | বিশ্লেষণ | অন্বেষণ | আকৰ্ষণ | |

ক্ষ-ৰ পিছতো ণ, কাৰণ ক্ষ প্ৰকৃততে এটা যুক্ত ব্যঞ্জন (ক্+ষ=ক্ষ)। উদাহৰণ—

| | | | |
|---|---|---|---|
| ক্ষণ | ক্ষীণ | তীক্ষ্ণ | ক্ষুণ্ণ |
| বক্ষণ | লক্ষণ | দক্ষিণ | ভক্ষণ |

— কিন্তু খুড়া, হীৰেন, বীৰেন, নীৰেন — এনেবোৰ শব্দত দেখোন ৰ-ৰ পিছত ন-হে লিখা হয়।

অকণে মাজতে মাত লগালে।

— ইয়াৰ কাৰণ কওঁ শুন। *যুক্ত ব্যঞ্জনত ত-বৰ্গৰ আগত ণ-ত বাদে সদায় ন-হে যোগ হয়।* ইয়াত ণত্ব বিধি নাখাটে। অৰ্থাৎ ঋ, ৰ, ষ-ৰ পিছতো এনে যুক্ত ব্যঞ্জন থকা শব্দবিলাকত ন-হে হ'ব। উদাহৰণ—

| | | | |
|---|---|---|---|
| প্ৰান্ত | ভ্ৰান্ত | গ্ৰন্থ | গ্ৰন্থি |
| নৰেন্দ্ৰ | ধীৰেন্দ্ৰ | ৰন্ধ্ৰ | নীৰন্ধ্ৰ |

হীৰেন, বীৰেন, নীৰেন, ধীৰেন আদি শব্দবিলাকত ন লিখাৰ কাৰণ হ'ল, — এইবিলাক পূৰ্ণাঙ্গ শব্দ নহয়; এইবিলাক হীৰেন্দ্ৰ, বীৰেন্দ্ৰ, নীৰেন্দ্ৰ আদি শব্দৰ সংক্ষিপ্ত ৰূপ।

(২) *যদি কোনো শব্দত ঋ, ৰ, ষ-ৰ পিচত ক-বৰ্গ (ক/খ/গ/ঘ/ঙ), প-বৰ্গ (প/ফ/ব/ভ/ম), আৰু য/ৱ/য়/হ, — এই বৰ্ণকেইটাৰ এটা বা ততোধিক বৰ্ণও থাকে, তেতিয়াও শব্দটোত ণ-হে হ'ব, ন নহয়।* উদাহৰণ—

| | | | |
|---|---|---|---|
| তৰ্পণ | দৰ্পণ | কৃপণ | নিৰূপণ (ৰ-ৰ পিচত প সত্ত্বেও ণ) |
| শ্ৰৱণ | শ্ৰাৱণ | নিৰ্বাণ | দ্ৰৱণ (ৰ-ৰ পিচত ৱ সত্ত্বেও ণ) |
| ভ্ৰমণ | ৰমণ | গ্ৰামীণ | পৰিমাণ (ৰ-ৰ পিচত ম সত্ত্বেও ণ) |
| নাৰায়ণ | ৰামায়ণ | উত্তৰায়ণ | চান্দ্ৰাযণ (ৰ-ৰ পিচত য় সত্ত্বেও ণ) |
| গ্ৰহণ | গৃহিণী | আৰোহণ | অপৰাহ্ণ (ৰ-ৰ পিচত হ সত্ত্বেও ণ) |

ৰ-ৰ পিচত একাধিক বৰ্ণ থাকিলেও ণ হোৱাৰ উদাহৰণ—

| | | | |
|---|---|---|---|
| ব্ৰাহ্মণ | ৰুক্মিণী | প্ৰৱাহণ | পৰিৱহণ |
| ভ্ৰাম্যমাণ | ম্ৰিয়মাণ | আক্ৰমণ | প্ৰৱহমাণ |

— খুড়া, পৰিৱহন, ভ্ৰাম্যমান, ম্ৰিয়মান, প্ৰৱহমান— এইবোৰ বানান তেন্তে ভুল?

অকণে সুধিলে।

— ভুল। ণত্ব বিধি মতে এই শব্দবিলাকত মূৰ্ধন্য ণ-হে হ'ব লাগে।

— খুড়া, আৰু এটা কথা সোধোঁ। আপুনি ক'লে ৰ-ৰ পিচত ম থাকিলে ণ হয়। সেই মতে 'বৰ্মন' শব্দটোত ণ হোৱা উচিত। কিন্তু দুই-এজনে আজিকালি ইয়াত ন লিখে। কোনটো শুদ্ধ— বৰ্মণ নে বৰ্মন?

— শুদ্ধ বানান 'বৰ্মন'। বৰ্ম পিন্ধা মানুহ, অৰ্থাৎ যুঁজাৰু অৰ্থ সূচোৱা বৰ্মন্ এটা ব্যঞ্জনান্ত শব্দ। এনে শব্দত ণত্ব বিধি নাখাটে। যেনে— শৰ্মন্, কৰ্মন্, বৰ্ষীয়ান্,

গৰীয়ান্ ইত্যাদি। অৱশ্যে সংস্কৃতত 'বৰ্মণ' বুলিও এটা শব্দ আছে। ইয়াৰ অৰ্থ সুমথিৰা গছ্।

— খুড়া, আপুনি ক'লে ব্যঞ্জনান্ত শব্দত ণত্ব বিধি নাখাটে। কিন্তু দৰ্পণ, তৰ্পণ, পৰিমাণ— এইবোৰতো ব্যঞ্জনান্ত শব্দই।

অকণে মন্তব্য কৰিলে।

— এই শব্দবোৰ আমি তেনে ধৰণে উচ্চাৰণ কৰিলেও সংস্কৃত মতে এইবোৰ স্বৰান্ত শব্দ। সেয়ে এইবোৰত মূৰ্ধন্য ণ।

পুনৰ ণত্ব বিধিৰ কথালৈ আহোঁ।

(৩) *২ নং সূত্ৰত কোৱা বৰ্ণকেইটাৰ বাহিৰে ঋ, ৰ, ষ-ৰ পিচত আন বৰ্ণ- (চ/ছ/জ/ঝ/ঞ; ত/থ/দ/ধ; শ/স) থাকিলে ন-ৰ ৰূপ সলনি নহয়।* উদাহৰণ—

| | | | |
|---|---|---|---|
| অৰ্চনা | ৰচনা | অৰ্জন | অৰ্জুন |
| কীৰ্তন | কৰ্তন | প্ৰাৰ্থনা | কৰ্থনা |
| মৰ্দন | জনাৰ্দন | বৰ্ধন | মূৰ্ধন্য |
| দৰ্শন | নিদৰ্শন | ৰসনা | নিবসন |

(৪) *ন-বৰ্ণেৰে আৰম্ভ হোৱা কোনো শব্দৰ আগত দুঃ (দুৰ্) উপসৰ্গ বা ৰ-যুক্ত আন কোনো শব্দ লগ লাগিলেও ন অপৰিৱৰ্তিত হৈ থাকে।* উদাহৰণ—

| | | |
|---|---|---|
| দুৰ্নাম | দুৰ্নীতি | ত্ৰিনয়ন |
| সৰ্বনাশ | অহৰ্নিশ | সৰ্বনাম |

কিন্তু প্ৰ, পৰা, পৰি, নিৰ্ উপসৰ্গ লগ লাগিলে ণত্ব বিধি প্ৰযোজ্য হয়। যেনে--

| | | |
|---|---|---|
| প্ৰণাম | প্ৰণতি | প্ৰণয় |
| পৰিণাম | পৰিণতি | পৰিণয় |
| নিৰ্ণেয় | নিৰ্ণীত | নিৰ্ণয় |

কিন্তু পৰান্ন আৰু নিৰন্ন— এই শব্দ দুটা ব্যতিক্ৰম। মন কৰিবি— পৰান্ন, নিৰন্ন; কিন্তু ক্ষুণ্ণ, বিষণ্ণ।

(৫) *দুটা শব্দৰ প্ৰথমটোৰ শেষত ৎ আৰু দ্বিতীয়টোৰ আৰম্ভণিত ম থাকিলে সন্ধিৰ ফলত ৎ-ই ন-ৰ স্থান লয়।* যেনে—

সৎ+মতি=সন্মতি    উৎ+নত=উন্নত

মৃৎ+ময়=মৃণ্ময়    উৎ+নয়ন=উন্নয়ন

মনত ৰাখিবি— মৃণ্ময়, কিন্তু তন্ময়।

**মান আৰু ৱান:**

— এইখিনিতে তোক দুটামান কথা কওঁ। এই বুলি খুড়াই ক'লে,

— সংস্কৃতত 'শানচ' আৰু 'স্যমান' নামৰ দুটা প্ৰত্যয় আছে। দুয়োটা কৃৎ প্ৰত্যয়। 'এটা কাৰ্য চলি আছে'— এই অৰ্থত কোনো কোনো ধাতুৰ পিচত 'শানচ',

আৰু 'এটা কাৰ্য অলপতে চলিব'— এই অৰ্থত কোনো কোনো ধাতুৰ পিচত 'স্যমান' প্ৰত্যয় যুক্ত হয়। প্ৰত্যয় দুটা যুক্ত হ'লে সাধিত শব্দটোত 'মান' আছে। যেনে, দেখা পাই থকা, — এই অৰ্থত 'দৃশ্যমান' (শানচ প্ৰত্যয় যোগ); অলপতে দেখা পোৱা যাব— এই অৰ্থত 'দৰ্শিষ্যমান' (স্যমান প্ৰত্যয় যোগ)। *শানচ আৰু স্যমান প্ৰত্যয়যুক্ত শব্দই ণত্ব বিধি মানি চলে।* শানচ প্ৰত্যয়যুক্ত গোটাদিয়েক শব্দ তোক দিওঁ (স্যমান প্ৰত্যয়যুক্ত শব্দ আমাৰ ভাষাত সচৰাচৰ ব্যৱহৃত নহয়);

| | | | |
|---|---|---|---|
| বৰ্তমান | বিদ্যমান | বৰ্ধমান | দীপ্যমান (বা দেদীপ্যমান) |
| মুহ্যমান | কম্পমান | ভাসমান | ঘূৰ্ণমান (বা ঘূৰ্ণায়মান) |
| বহমান | দৃশ্যমান | যজমান | জাজ্বল্যমান |
| অন্তায়মান | বেপথুমান | প্ৰকাশমান | ৰোৰুদ্যমান |

এই সকলোবোৰতে ন; কিন্তু ণত্ব বিধি মতে—

ভ্ৰাম্যমাণ ম্ৰিয়মাণ প্ৰৱহমাণ

— খুড়া, চলি আছে— এনে অৰ্থত চলমান হ'বনে ?

অকণে সুধিলে।

— নহয়। সকলো ধাতুতে শানচ প্ৰত্যয় যোগ নহয়। সেইবোৰৰ ভিতৰত চল্ ধাতুও এটা।চলি আছে বা গৈ আছে, এনে অৰ্থত চলমান নহয়; এনে অৰ্থত আমি ব্যৱহাৰ কৰিব লাগিব চলন্ত, চলনশীল, চলিষ্ণু— এনেবিলাক শব্দ। এইখিনিতে তোক এটা কথা কওঁ। সংস্কৃত ব্যাকৰণ মতে, ৱহ্ ধাতুতো শানচ প্ৰত্যয় যোগ নহয়। সেই ফালৰ পৰা 'প্ৰৱহমাণ' শব্দটো অসাধু। সাধু শব্দ প্ৰৱহণ, প্ৰৱাহী আদি শব্দহে।

— খুড়া, আপুনি ক'লে দীপ্যমান। কিন্তু আমিতো দীপ্তিমান শব্দও ব্যৱহাৰ কৰোঁ।

অকণে মন্তব্য কৰিলে।

— দুয়োটা শুদ্ধ; কিন্তু দুয়োটাৰে অৰ্থ সামান্য সুকীয়া। দীপ্যমান মানে যি পোহৰ দি আছে; আনহাতে, দীপ্তিমান মানে দীপ্তিযুক্ত, এই বিষয়ে তোক কওঁ শুন:

শানচ প্ৰত্যয়ৰ দৰে সংস্কৃতত 'মতুপ' নামৰ এটা প্ৰত্যয়ো আছে। ই তদ্ধিত প্ৰত্যয়। যুক্ত বা সম্পন্ন অৰ্থত বিশেষ্যৰ পিচত ই ব্যৱহৃত হয় আৰু সাধিত শব্দটোত তেতিয়া পুংলিঙ্গৰ প্ৰথমা একবচনত 'মান' বা অসমীয়াত 'মন্ত' আছে। যেনে, শক্তিসম্পন্ন— এই অৰ্থত শক্তিমান বা শক্তিমন্ত; দীপ্তিযুক্ত— এই অৰ্থত দীপ্তিমান বা দীপ্তিমন্ত।

— খুড়া, বিশেষ্যৰ পিচত আমি কেতিয়াবা লিখোঁ মান, কেতিয়াবা আকৌ ৱান। যেনে— শক্তিমান, কিন্তু বলৱান। মান আৰু ৱান লিখাৰ কিবা নিয়ম আছে নেকি ?

অকণে সুধিলে।

— এটা সৰু নিয়ম আছে। নিয়টো হ'ল:

*কোনো বিশেষ্যৰ অন্ত্য বৰ্ণ অ বা আ হ'লে ৱান বা অসমীয়াত ৱন্ত (ৱতুপ প্ৰত্যয়) আৰু অ আ-ৰ বাহিৰে আন স্বৰবৰ্ণ হ'লে মান বা অসমীয়াত মন্ত (মতুপ প্ৰত্যয়) যোগ হয়।* 'বল'ৰ অন্ত্য বৰ্ণ অ; গতিকে তাত ৱান। আনহাতে 'শক্তি'ৰ অন্ত্যবৰ্ণ ই; গতিকে তাত মান।

| | | | |
|---|---|---|---|
| বলৱান | ভগৱান | ধনৱান | চৰিত্ৰৱান |
| জ্ঞানৱান | বিদ্যাৱান | দয়াৱান | মেধাৱান |

কিন্তু,

| | | | |
|---|---|---|---|
| শক্তিমান | শ্ৰীমান | ধীমান | কীৰ্তিমান |
| বুদ্ধিমান | অংশুমান | হনুমান | ধৃতিমান |

— খুড়া, 'সংস্কৃতিৱান' আৰু 'ৰুচিৱান' শব্দ দুটা তেনে'হলে ভুল, কাৰণ দুয়োটা শব্দৰে অন্তিম বৰ্ণ ই।

অকণে মন্তব্য কৰিলে।

— তই ঠিক ধৰিছ। এই শব্দ দুটা আজিকালি প্ৰায় সকলোৱে ভুলকৈ লিখা কৰিছে! শুদ্ধ হ'ল সংস্কৃতিমান আৰু ৰুচিমান। এইখিনিতে এটা কথা তোক কৈ থওঁ: কোনো শব্দৰ অন্তিম ব্যঞ্জন বৰ্ণ ম হ'লে তাত সদায় ৱান আৰু ৱন্ত। গতিকে লক্ষ্মীৱান আৰু লক্ষ্মীৱন্ত, (লক্ষ্মীমান আৰু লক্ষ্মীমন্ত নহয়)।

*আৰু এটা কথা জানি থ। মতুপ আৰু ৱতুপ প্ৰত্যযযুক্ত শব্দই ণত্ব বিধি মানি নচলে।* উদাহৰণ স্বৰূপে, শ্ৰীমান আৰু চৰিত্ৰৱান। শব্দ দুটা শ্ৰীমাণ আৰু চৰিত্ৰৱাণ নহয়।

## অ-তৎসম শব্দত ণ আৰু ন

(১) *তদ্ভৱ আৰু দেশজ শব্দত আমি ণত্ব বিধি সচৰাচৰ মানি চলো।* উদাহৰণ---

| | | | |
|---|---|---|---|
| উৰণ | বুৰণ | পূৰণ | ঘূৰণ |
| বৰণ | পৰাণ | ধৰণ | ফোৰণ |
| মৰণা | বিৰিণা | কেৰোণ | জোৰোণ |
| বৰষুণ | মৰিষণ | সোঁৱৰণ | কৰঙণ |

*তদ্ভৱ আৰু দেশজ শব্দত অনি, ইনি আদি ন-যুক্ত প্ৰত্যয় যোগ হ'লেও আমি ণত্ব বিধি খটুৱাঁও।* যেনে—

| | | | |
|---|---|---|---|
| জিৰণি | পোৰণি | ভৰণি | জোৰণি |
| কামোৰণি | বকৰাণি | আৱস্তুণি | চৰ্চৰণি |

কোনো কোনো লোক এনেবোৰ শব্দত ণত্ব বিধি খটুৱাৰ বিপক্ষে। এনেবোৰ শব্দত ণত্ব বিধি নখটুৱালেও চলে। কিন্তু বহু দিন ধৰি মূৰ্ধন্য ণ লিখি অহা এই শব্দবোৰত নতুনকৈ দন্ত্য ন লিখাৰ নিয়ম কৰিলে বানানৰ খেলিমেলি বঢ়াৰহে সম্ভাৱনা। অৱশ্যে তদ্ভৱ আৰু দেশজ শব্দ প্ৰত্যয়ান্ত হ'লে ণত্ব বিধিৰ কেৱল প্ৰথম সূত্ৰটোহে

আমি সচৰাচৰ মানি চলো (ঋ, ৰ, ষ-ৰ পিচত ণ)। আনবোৰ সূত্ৰ (যেনে— ঋ, ৰ, ষ-ৰ পিচত ক-বৰ্গ, প-বৰ্গ আৰু য/ৱ/য়/হ--- এই কেইটাৰ এটা বা ততোধিক বৰ্ণ থাকিলেও ণ) আমি প্ৰয়োগ নকৰোঁ। যেনে— বকৰানী, হাজৰিকানী, শৰ্মানী। অনী, উনী আদি স্ত্ৰীবাচক প্ৰত্যয়যুক্ত শব্দত ণত্ব বিধি নখটুৱাই ভাল। যেনে --- বৰাণী-ৰ সলনি বৰানী লিখিলে অশুদ্ধ নহয়। তেনেদৰে -

কুমাৰনী কমাৰনী চুৰুনী

ডাক্তৰনী চাকৰনী জমাদাৰনী

(২) *ন যুক্ত কোনো অ-তৎসম শব্দৰ আগত ৰ-ৰে অন্ত পৰা কোনো শব্দ বহিলেও আমি ণত্ব বিধি প্ৰয়োগ নকৰোঁ। যেনে—* মাৰনাও, খৰানকা, কুকুৰনেচীয়া, মৰনৈ, ইত্যাদি।

(৩) *একালত কিছুমান বিদেশী শব্দত ণত্ব বিধি প্ৰয়োগ কৰা হৈছিল। যেনে—* কোৰাণ, ইৰাণ। কিছুমানত আকৌ প্ৰয়োগ কৰা হোৱা নাছিল; যেনে— ইউৰেনাচ, জাৰ্মান। আজিকালি প্ৰায় প্ৰতিটো বিদেশী শব্দত ঋ, ৰ, ষ-ৰ পিচতো দন্ত্য ন। যেনে—

| | | | |
|---|---|---|---|
| কোৰান | ইৰান | হায়ৰান | ইমৰান |
| চাইৰেন | বায়ৰন | আয়ৰন | ইলেক্ট্ৰন |
| পৰ্নগ্ৰাফি | মৰ্নিং | ধৰ্না | ব্ৰাৰ্নিং |

অৱশ্যে দুটা-এটা ব্যতিক্ৰমো নথকা নহয়। যেনে-- কেৰাণী, ওৰণি। কেৰাণী এটা পৰ্তুগীজ শব্দ। আনহাতে ওৰণি শব্দটো হিন্দীৰ 'ওড়্না' শব্দৰ অপভ্ৰংশ। তথাপি শব্দ দুটাত আমি মূৰ্ধন্য ণ-ই ব্যৱহাৰ কৰোঁ।

(৪) *যিবিলাক তদ্ভৱ শব্দত ঋ বা ৰ নাই, কিন্তু মূল শব্দত আছে, তেনেবিলাকত শব্দত আমি ণ লিখোঁ। যেনে—*

| | |
|---|---|
| কাণ (কৰ্ণ) | আঘোণ (অগ্ৰহায়ণ) |
| চূণ (চূৰ্ণ) | শাওণ (শ্ৰাৱণ) |
| জীণ (জীৰ্ণ) | ঘৈণী (গৃহিণী) |
| সোণ (স্বৰ্ণ) | বামুণ (ব্ৰাহ্মণ) |

(৫) *যিবিলাক তৎসম শব্দ নিত্য ণ-যুক্ত, সেইবোৰৰ পৰা উদ্ভূত শব্দবিলাকতো ণ। যেনে—*

| | |
|---|---|
| লোণ (লৱণ) | মাণিক (মাণিক্য) |
| চিকুণ (চিক্কণ) | নগুণ (নৱগুণ) |
| খীণ (ক্ষীণ) | ওকণি (উৎকুণ) |

— খুড়া, 'বাৰান্দা' নে 'বাৰাণ্ডা' ?

অকণে সুধিলে।

— বাৰাণ্ডা, কাৰণ পৰ্তুগীজসকলে শব্দটো আমাৰ দেশত জনপ্ৰিয় কৰিলেও ই মূলতঃ সংস্কৃতৰ 'ৱৰণ্ড' শব্দৰ পৰা উদ্ভূত।

এইখিনিলৈকে কৈ খুড়াই অকণক দুখনমান শব্দ- তালিকা দিলে আৰু ণ, ন-ৰ পাঠ সামৰিলে।

**একে উচ্চাৰণৰ, কিন্তু ভিন্ন ণ আৰু ন-যুক্ত শব্দ**

অণু (পদাৰ্থৰ ক্ষুদ্ৰ অংশ) — অনু (এটা উপসৰ্গ)
কাণ (কৰ্ণ) — কান (কান্ধ)
কাণী (কণাৰ স্ত্ৰীলিঙ্গ) — কানি (কাপোৰ)
কোণ (দুডাল ৰেখা বা পৃষ্ঠই কৰা চুক — কোন (এটা প্ৰশ্নবোধক শব্দ)
পাণ (এবিধ লতাৰ পাত) — পান (জুলীয়া দ্ৰব্য খোৱা কাৰ্য)
পোণ (কুৰি গণ্ডা, আশী) — পোন (বেঁকা নোহোৱা)
বাণ (কাঁড়, এজন ৰজাৰ নাম) — বান (বানপানী)
বাণী (বাক্য, বচন) — বানি (প্ৰস্থ, খুন্দি)
বীণা (এবিধ বাদ্যযন্ত্ৰ) — বিনা (ব্যতিৰেকে)
দণ্ড (লাঠি) — দ্বন্দ্ব (যুদ্ধ, যুগল)

**উচ্চাবণৰ কিছু মিল থকা শব্দ**

অঙ্কন, কিন্তু কঙ্কণ
অনীক, কিন্তু বণিক
আবহমান, কিন্তু প্ৰবহমাণ
কানু, কিন্তু স্থাণু
গমন, কিন্তু ভ্ৰমণ
তন্ময়, কিন্তু মৃন্ময়
দৰ্শন, কিন্তু ঘৰ্ষণ
ধান, কিন্তু শাণ
নয়ন, কিন্তু প্ৰণয়ণ
পলায়ন, কিন্তু পৰায়ণ
প্ৰাচীন, কিন্তু পুৰণি
বনিতা, কিন্তু ভণিতা
বসায়ন, কিন্তু ৰূপায়ণ
শূন্য, কিন্তু পুণ্য

অপমান, কিন্তু পৰিমাণ
কনিষ্ঠ, কিন্তু কণী
খনা, কিন্তু কণা
চন, কিন্তু শণ
দোহন, কিন্তু আৰোহণ
ধেনু, কিন্তু বেণু
নিধান, কিন্তু প্ৰণিধান
পৰিবৰ্তন, কিন্তু পৰিবহণ
প্ৰদৰ্শনী, কিন্তু আৰম্ভণি
বিপিন, কিন্তু বিপণি
লঘোন, কিন্তু আঘোণ
সৰ্বনাম, কিন্তু পৰিণাম
স্থান, কিন্তু স্থাণু
সায়াহ্ন, কিন্তু পূৰ্বাহ্ন

# নৱম পাঠ

## ব, ৱ-ৰ কথা

-- কচোন লগুবা মানে কি ?

খুড়াই ঘপহঁকৈ অকণক সুধিলে।

— লগুবা ? অকণে আচৰিত হৈ ক'লে,

— শব্দটো মই কেতিয়াও শুনা নাই।

— আমাৰ ভাষাত ৱ-ৰ আৱশ্যকতা ইয়াতেই। শব্দটো হ'ল লগুৱা। ইয়াত ৱ-ৰ সলনি ব লিখা অনুচিত। এনে আৰু বহুতো শব্দ আছে যিবোৰত ৱ-ৰ সলনি ব লিখিলে সেইবোৰ হয় অবোধ্য হৈ পৰিব, নহয় আমাৰ ভাষাত সেইবোৰৰ অৰ্থ বিকৃতি ঘটিব। যেনে 'দুৱাৰ'ৰ সলনি 'দুবাৰ' বা 'চোৱাব'ৰ সলন 'চোবাব' লিখিলে অৰ্থ বেলেগ হ'বগৈ।

বাংলা ভাষাত ৱ আখৰটো নাই। গতিকে সেই ভাষাত বৰুৱা, গুৱাহাটী আদি শব্দবিলাক লিখা হয় বৰুয়া, গুয়াহাটী— এনে ধৰণে। এইবিলাক ৱ-ৰ শুদ্ধ উচ্চাৰণ নহয়। আমাৰো বহুতে ৱ-টো অ বা য়-ৰ দৰে উচ্চাৰণ কৰে; যেনে— জীৱন বুলি নকৈ কয় জীঅন বা জীয়ন। এয়াও ৱ-ৰ শুদ্ধ উচ্চাৰণ নহয়। ৱ-ৰ ধ্বনি ইংৰাজীৰ V আৰু W ৰ নিচিনা।

— এতিয়া, ব আৰু ৱ-ৰ বিষয়ে কিছু কথা কওঁ শুন।

এইবুলি খুড়াই ক'বলৈ ধৰিলে,

(ক) আমাৰ ভাষাত ৱ বৰ্ণ থাকিলেও শব্দৰ আৰম্ভণিত বা যুক্ত ব্যঞ্জনত আমি ৱ সচৰাচৰ নিলিখোঁ; শব্দৰ মাজত বা শেষত থাকিলে কেতিয়াবা লিখোঁ, কেতিয়াবা নিলিখোঁ। আমাৰ ভাষাত যিহেতু ৱ বৰ্ণ আছে, গতিকে তৎসম-তদ্ভৱ শব্দৰ আৰম্ভণিত আৰু যুক্ত ব্যঞ্জনত ৱ ব্যৱহাৰ নকৰিলেও অন্ততঃ মূল সংস্কৃত শব্দত স্বৰান্ত ৱ থাকিলে তৎসম শব্দত আমি উচ্চাৰণলৈ চাই যিমান পাৰি ৱ লিখাই উচিত। যেনে— গোবিন্দ, দেবেন্দ্ৰ, ভবেন্দ্ৰ, আবিষ্কাৰ, পৰিবৰ্তন, পৰিবেশ— এনেকৈ নিলিখি আমি গোৱিন্দ, দেৱেন্দ্ৰ, ভৱেন্দ্ৰ, আৱিষ্কাৰ, পৰিৱৰ্তন, পৰিৱেশ — এনেকৈ লিখা উচিত। এনেকি যুক্ত বৰ্ণতো য'ত ৱ লাগে, তাতো ৱ লিখাৰ প্ৰচলন হ'লে ভাল হয়। তেতিয়া উচ্চাৰণৰ বেমেজালি কমিলহেঁতেন। দৃষ্টান্তৰূপে ধৰ, 'উদ্বোধন' আৰু 'উদ্বেগ' শব্দ দুটা। ইয়াৰ প্ৰথমটোত ব, দ্বিতীয়টোত ৱ। গতিকে দুয়োটা শব্দত দ্ব-ৰ উচ্চাৰণ সুকীয়া। কিন্তু আমি দ্ব আৰু দ্ৱ নিলিখি দুয়োটাতে দ্ব লিখা হেতু দুয়োটাৰে উচ্চাৰণ একে ধৰণে কৰাৰ আমাৰ প্ৰবৃত্তি জন্মে।

— খুড়া, কবি আৰু কবিতা ?

অকণে সুধিলে।

— এই শব্দ দুটাও কৱি, কৱিতা, — এনেদৰে লিখাৰ প্ৰচলন থকা হ'লে ভাল আছিল। সেই বুলি 'তই কথাটো কবি', 'এইটো এটা বক্সা কবি'— এনেবিলাক

বাক্যত আকৌ ৱ নিলিখিবি। যাবি, খাবি, হ'ব, যাব , ভাবা, ভাবিবা আদি ভৱিষ্যৎ কাল বুজোৱা ক্রিয়াবাচক শব্দবিলাকক সদায় ব লিখিব লাগে। আজিকালি বহুতে 'হ'ব'ৰ সলনি 'হ'ৱ' লিখা দেখা পাওঁ।

(খ) আনহাতে বিশেষ্য, বিশেষণ আদিত প্রয়োজন অনুসৰি ৱ লিখা ভাল। যেনে, 'তই কথাটো ভাব', কিন্তু 'এইটো মোৰ মনৰ ভাৱ'; 'আপুনি ভাবক না', কিন্তু 'আপোনাৰ ভাৱনা'। কোনো সংস্কৃত শব্দৰ অন্ত্য বৰ্ণ ৱ হ'লেও তাৰ আগত যদি উ ধ্বনি থাকে, তেন্তে উচ্চাৰণলৈ চাই আমি তাত ৱ নিলিখাই ভাল। যেনে— পূৱ, ডুৱ— এনে শব্দবোৰ আমি পূব, ডুব— এনেকৈহে লিখা উচিত। সেইদৰে অবিৰাম, অনবৰত, বিবৰণ আদি শব্দত উচ্চাৰণলৈ চাই ব লিখাই ভাল।

(গ) সংস্কৃত ভাষাত ব-বৰ্ণযুক্ত শব্দ বেছি নাই। আমি সততে ব্যৱহাৰ কৰা ব-বৰ্ণযুক্ত গোটাচেৰেক তৎসম শব্দ তোক কওঁ:

| | |
|---|---|
| বদ্ধ, আবদ্ধ, নিবদ্ধ | বোধ, প্ৰবোধ, অবোধ |
| বন্ধ, প্ৰবন্ধ, নিবন্ধ | বুদ্ধ, প্ৰবুদ্ধ, বিবুদ্ধি |

বল, প্ৰবল, সবল

এনেবিলাক শব্দত ৱ নিলিখিবি। আজিকালি ৱ-ৰ প্ৰচলন বঢ়াত বহুতো প্ৰৱল, প্ৰৱন্ধ,— এনেদৰে লিখা দেখিছোঁ। সেইদৰে অবাবতে, সাবট— এই দেশজ শব্দ দুটাতো বহুতে ভুলকৈ ৱ লিখে। এনেকৈ নিলিখিবি।

(ঘ) আনহাতে অ-তৎসম শব্দত ব-ৰ ব্যৱহাৰেই বেছি। সেইবুলি ৱ-ৰ ব্যৱহাৰো নোহোৱা নহয়। তেনে শব্দ কেতবোৰ হ'লঃ

(১) তদ্ভৱ আৰু দেশজ শব্দ

| | | | |
|---|---|---|---|
| কুঁৱা | চুৱা | গুৱা | পুৱা |
| কাৱৈ | খাৱৈ | তাৱৈ | পটুৱৈ |
| মোৱা | মুৱা | সোৱাদ | সুৱদী |
| ৰোৱনী | বোৱনী | দাৱনী | পোৱালী |
| পুৱতি | পোঁৱাতী | চাৱনি | ছোৱালী |
| ডাৱৰ | দুৱাৰ | গাঁৱলীয়া | নাৱৰীয়া |

(২) ফাৰ্চী-আৰবীমূলক শব্দ

| | | | |
|---|---|---|---|
| দেৱাই | দাৱাত | দেৱান | দোৱাত |
| আৱাজ | কাৱাজ | কাৱালী | ৰেৱাজ |
| বেৱকুফ | ওৱাদানি | ওৱাচিল | ওৱাবিচ |

(৩) ইংৰাজী শব্দ

| | | | |
|---|---|---|---|
| ৱাৰ্ড | ৱাৰ্নিং | ৱাট | ৱাৰ্ডেন |

(৪) উৱা, ওৱা আদি অসমীয়া তদ্ধিত প্ৰত্যয়যুক্ত শব্দত, আৰু ওৱা, ৱ আদি কৃৎ প্ৰত্যয়যুক্ত শব্দতো, সদায় ৱ। যেনে—

| | | | |
|---|---|---|---|
| বনুৱা | ভতুৱা | হালোৱা | জালোৱা |

| গোবৰুৱা | নিবনুৱা | অধনুৱা | উপকৰুৱা |
|---|---|---|---|
| খোৱা | লোৱা | যোৱা | শোৱা |
| খাব | লব | যাব | শোব |

কিন্তু 'তই ভাব',— এইবুলি লিখাতকৈ বৰং 'তই ভাব(অ)'।

(ঙ) ৱ আখৰটো ইংৰাজীত সচৰাচৰ V আখৰটোৰে সূচোৱা হয়। ইংৰাজীত V আখৰ থকা ভাৰতীয় শব্দক ইংৰাজীৰ পৰা অসমীয়ালৈ লিপ্যন্তৰ কৰিলে বহুতে V— ৰ ঠাইত ভ লিখে। যেনে— Verma— ভাৰ্মা, Venkata Raman— ভেংকটৰমন, Gavaskar— গাভাস্কাৰ।

এনেকৈ লিখা অনুচিত। আমি লিখা উচিত বৰ্মা (ৱৰ্মা), ৱেঙ্কটৰমণ, গাৱস্কৰ— এনেকৈহে।

(চ) কেতিয়াবা আমি তৎসম শব্দৰ ৱ-ৰ ঠাইত উ বা ও লিখোঁ। তেতিয়া সাধাৰণতে শব্দটোৰ অৰ্থ হয়গৈ সুকীয়া। যেনে—

| | | |
|---|---|---|
| দেৱতা (স্বৰ্গৰ লোক) | — | দেউতা (পিতৃ) |
| দেৱ (দেৱতা) | — | দেউ (পুৰোহিত)<br>দেও (সম্মানসূচক শব্দ, ভূত-প্ৰেত) |
| ভাৱ (চিন্তা) | — | ভাও (অভিনয়ত অংশগ্ৰহণ, ছদ্মবেশ ধাৰণ, দাম) |
| ভাৱনা (চিন্তা) | — | ভাওনা (অভিনয়) |

অৱশ্যে সকলো ক্ষেত্ৰতে অৰ্থৰ সলনি নঘটে। যেনে—

| | | |
|---|---|---|
| স্বৰ্গদেৱ | — | স্বৰ্গদেউ |
| ৰাজমাতা/ৰাজমাৱ | — | ৰাজমাও |
| দ্বিৱৰ/দেৱৰ | — | দেওৰ |

এইখিনিতে প্ৰায় সমোচ্চাৰিত দুটা শব্দ তোক কওঁ। শব্দ দুটা হ'ল 'আৱৰণ' আৰু 'আভৰণ'। আৱৰণ মানে হ'ল আচ্ছাদন; আভৰণ মানে আকৌ ভূষণ, অলংকাৰ।

(ছ) *দুটা তৎসম শব্দৰ প্ৰথমটোৰ শেষত উ/ঊ/ও/ঔ থাকিলে আৰু দ্বিতীয়টোৰ আদ্যবৰ্ণ আন কোনো স্বৰবৰ্ণ হ'লে সন্ধিৰ ফলত উ/ঊ/ও/ঔ-ৰ ঠাইত ৱ হয়।* উদাহৰণ—

| | |
|---|---|
| অনু + অয় = অন্বয় | অনু + এষণা = অন্বেষণা |
| সু + আগতম = স্বাগতম | ভো + অন = ভৱন |
| অনু + ইষ্ট = অন্বিষ্ট | পো + ইত্ৰ = পৱিত্ৰ |
| সাধু + ঈ = সাধ্বী | নৌ + ইক = নাৱিক |

(জ) *ৱ-ৰ ঠাইত ব লিখাৰ ফলত আমি কেতিয়াবা এবিধ সন্ধিৰ ভুলৰ কবলত পৰোঁ। শব্দত ঙ আৰু ং-অৰ ব্যৱহাৰৰ কথা তোক ইতিমধ্যে কৈছোঁ। (তৃতীয় পাঠ দ্ৰষ্টব্য)। সন্ধি শব্দত ং-অৰ ব্যৱহাৰ কেতিয়া হয় তোৰ মনত আছেনে ?*

— আছে খুড়া,

অকণে ক'লে,

— *প্ৰথমটো শব্দৰ অন্ত্য বৰ্ণ ম্ আৰু দ্বিতীয়টো শব্দৰ আদ্যবৰ্ণ ক/খ/গ/ঘ; য/ৰ/ল/ৱ বা শ/ষ/স/ক্ষ হ'লে ম্-অৰ ঠাইত ং হয়।*

— বেছ। মন কৰিছ নিশ্চয় ম্-অৰ লগত ৱ যোগ হ'লে ম্-অৰ ঠাইত ং হয়, নহ'লে নহয়। যেনে— সম্ + ৱাদ = সংৱাদ; কিন্তু সম্ + বল = সম্বল।

কিন্তু ব আৰু ৱ-ৰ প্ৰাৰ্থক্য মনত নৰখা গুণে কিছুমান সন্ধি শব্দত আমাৰ বানান ভুল হয়। উদাহৰণস্বৰূপে, সংৱাদৰ ঠাইত কেতিয়াবা আমি 'সম্বাদ' লিখোঁ। সম্বাদ ভুল বানান। আজিকালি সম্বাদৰ প্ৰচলন কমিছে; কিন্তু বাঢ়িছে এটা অনুৰূপ শব্দৰ প্ৰচলন— 'বিসম্বাদী'। বাতৰি কাকতত এই শব্দটো প্ৰায়ে পোৱা যায়। মনত ৰাখিবি,— বিসম্বাদী নহয়; বিসংবা(ৱা)দী। এনেধৰণৰ সততে ভুল হোৱা আৰু কেইটামান শব্দ তোক দিওঁ:

| ভুল | শুদ্ধ | ভুল | শুদ্ধ |
|---|---|---|---|
| সম্বৰ্ধনা | সংব(ৱ)ৰ্ধনা | বশম্বদ | বশংব(ৱ)দ |
| স্বয়ম্বৰ | স্বয়ং(ৱ)ৰ | বাৰম্বাৰ | বাৰংবা(ৱ)ৰ |
| প্ৰিয়ম্বদা | প্ৰিয়ংব(ৱ)দা | কিম্বা | কিংবা(ৱা) |
| সম্বৰণ | সংব(ৱ)ৰণ | সম্বলিত | সংব(ৱ)লিত |
| সম্বিৎ | সংবি(ৱি)ৎ | সম্বাহন | সংবা(ৱা)হন |

(ঝ) কিছুমান যুক্ত ব্যঞ্জনত ৱ থাকে (যদিও আমি ব লিখোঁ)। বহুতে ভুলতে সেই ব(ৱ)টো নিলিখে। এনে শব্দ কেইটামান হ'ল—

| ভুল | শুদ্ধ | ভুল | শুদ্ধ |
|---|---|---|---|
| সত্তা | সত্ত্বা | দ্বন্দ | দ্বন্দ্ব |
| উজ্জল | উজ্জ্বল | সান্তনা | সান্ত্বনা |
| উচ্ছাস | উচ্ছ্বাস | স্বত্ত | স্বত্ব |

সেইদৰে উদ্বোধন নহয়, উদ্বোধন; ঐশ্চৰ্য নহয় ঐশ্বৰ্য।

(ঞ) গোটাদিয়েক তৎসম শব্দত ক-ৰ লগত ৱ যোগ হয়। বহুতে ভুলতে ৱ-ৰ ঠাইত ক লিখে। যেনে--

লিখিব লাগে পৰিপক্ব, নিক্কণ, ক্বচিৎ। কিন্তু লিখে পৰিপক্ক; নিক্কণ ক্কচিৎ।

কিছুমান শব্দত আকৌ সঁচাকৈয়ে দুটা ক। যেনে--

বৃক্ক মক্কা ঢক্কা

মনত ৰাখিবি,— পক্ক, কিন্তু বৃক্ক।

(ট) ফাৰ্চী-আৰবী ভাষাৰ পৰা অহা কিছুমান শব্দত আমি ব-ৰ ঠাইত প লিখোঁ। যেনে— কিতাব— কিতাপ, গুলাব— গোলাপ, ছাব— ছাপ।

কোনো কোনো শব্দৰ শেষত থকা ব-টোৰ আগত আ-কাৰ থাকিলে ক-ক প-ৰ দৰে উচ্চাৰণ কৰাৰ প্ৰবৃত্তি আমাৰ আছে। ইতিমধ্যে তিনিটা শব্দ তোক ক'লোৱেই; আৰু দুটামান তোক কওঁ:

চৰাব— চেৰাপ খৰাব— খাৰাপ

খেতাব— খিতাপ　　　প্রস্রাব/পেচাব— পেচাপ

এই প্রবৃত্তিলৈ লক্ষ কৰি কোনো কোনেৰে ফাৰ্চী-আৰবীমূলক শব্দত কেবল 'জবাব' আৰু 'চাহাব'— এই শব্দ দুটাৰ বাহিৰে বাকীবোৰ শব্দত ব-ৰ ঠাইত প-লিখা এটা নিয়ম কৰিছে। যেনে, হিচাব-ৰ ঠাইত হিচাপ। কিন্তু জবাব, চাহাবৰ বাহিৰে ফাৰ্চী-আৰবীমূলক সকলো শব্দতে ব-ৰ ঠাইত প লিখা এটা কোৱামুঠীয়া নিয়ম কৰা অযুগুত। কাৰণ ভালেমান শব্দ আছে যিবোৰত আমি ব-ৰ ঠাইত প উচ্চাৰণ নকৰোঁ। যেনে—

| | | |
|---|---|---|
| জোনাব | নচিব | গৰিব |
| তলব | আদাব | কাবাব |
| খুব | মুলতবি | ৰবাব (বাদ্যযন্ত্ৰ) |

এনেবিলাক শব্দত আমি ব লিখাই উচিত।

— খুড়া, হিচাব শব্দটো?

অকণে সুধিলে।

— যিহেতু হিচাপ শব্দ ইতিমধ্যে চলিছে, গতিকে হিচাব/হিচাপ— দুয়োটা বানানকে শুদ্ধ বুলি ধৰা উচিত।

এইখিনিলৈকে কৈ খুড়াই এখন শব্দ তালিকা অকণক দিলে আৰু সেইদিনালৈ আলোচনা সামৰিলে।

ব আৰু ৱ যুক্ত, অথচ উচ্চাৰণৰ কিছু মিল থকা গোটাচেৰেক শব্দ

| | |
|---|---|
| অনিষ্ট, কিন্তু অশ্বিষ্ট | বুদ্ধি, কিন্তু সাধ্বী |
| উচ্ছেদ, কিন্তু উচ্ছ্বাস | বৃক্ক, কিন্তু পক্ক |
| কৰ্ণ, কিন্তু কণ্ব | বৃত্ত, কিন্তু দ্বিত্ব |
| জড়, কিন্তু জ্বৰ | বৃহত্তৰ, কিন্তু বৃহত্ত্ব |
| জলা, কিন্তু জ্বালা | শান্ত, কিন্তু সান্ত্বনা |
| তৰা, কিন্তু ত্বৰা | সঙ্ঘবদ্ধ, কিন্তু সংৱৰ্ধনা |
| দণ্ড, কিন্তু দ্বন্দ্ব | সজ্জন, কিন্তু প্ৰজ্জ্বলন |
| দেশ, কিন্তু দ্বেষ | সত্তা, কিন্তু সত্ত্ব |
| ধনী, কিন্তু ধ্বনি | সবল, কিন্তু ধৱল |
| নিবদ্ধ, কিন্তু নিবৱধি | প্ৰবল, কিন্তু প্ৰৱাল |

## দশম পাঠ

### ৰ, ড়, ঢ়-ৰ কথা

— আজি তোক ৰ, ড় আৰু ঢ়— এই বৰ্ণ তিনিটাৰ বিষয়ে কওঁ।

এইবুলি খুড়াই আৰম্ভ কৰিলে,

ৰ, ড়, ঢ়— তিনিওটা বৰ্ণৰে ধ্বনি দন্তমূলীয়। ৰ-ৰ উচ্চাৰণত জিভাৰ আগটো দাঁতৰ গুৰিৰ অলপ ওপৰ অংশত লাগ-নালাগকৈ লগোৱা হয়। আনহাতে ড় আৰু ঢ়-ৰ উচ্চাৰণত জিভাৰ আগটো ওলোটা কৰি কঁপাই, দাঁতৰ গুৰিৰ ওপৰত সামান্য আঘাত কৰা হয়। তিনিওটা বৰ্ণৰ উচ্চাৰণ প্ৰায় একে হোৱা হেতু এই তিনিটা বৰ্ণযুক্ত শব্দবিলাক লিখোঁতে আমাৰ কেতিয়াবা বানান-বিভ্ৰান্তি ঘটে।

ড় আৰু ঢ়— এই বৰ্ণ দুটা সংস্কৃত ভাষাত নাই। সেই ভাষাত ড আৰু ঢ-ৰ উচ্চাৰণ কঠিন ৰ-ৰ নিচিনা। কিন্তু আমি ড আৰু ঢ-ক দ আৰু ধ-ৰ দৰেই উচ্চাৰণ কৰোঁ, আৰু ড়, ঢ়-ক উচ্চাৰণ কৰোঁ কঠিন ৰ-ৰ নিচিনাকৈ। মন কৰিবি, ধ্বনিৰ ফালৰ পৰা ৰ-ৰ লগত ঢ়-তকৈ ড়-ৰ সম্পৰ্ক বেছি।

ড় আৰু ঢ়-যুক্ত শব্দ আমাৰ ভাষাত তাকৰ। তেনে শব্দকেইটামান তোক দিওঁ:

| | | | |
|---|---|---|---|
| জড় | ঘড়ী | চূড়া | পীড়া |
| খড়্গ | হাড় | আড়ম্বৰ | গড় |
| তাড়না | নিবিড় | আড়ষ্ট | গৰুড় |
| কাঢ় | দৃঢ় | বুঢ়া | বুঢ়ী |
| কঢ়া | পঢ়া | বাঢ় | গাঢ় |
| বাঢ়নী | মূঢ়তা | গঢ়ন | প্ৰৌঢ়তা |

— খুড়া ভঁড়াল নে ভঁৰাল ?

অকণে সুধিলে।

— ড়-ৰ লগত ৰ-ৰ উচ্চাৰণজনিত মিল অধিক হোৱা হেতু আজিকালি বহু শব্দত আমি ড-ৰ ঠাইত ৰ লিখা কৰিছোঁ। যেনে—

| | |
|---|---|
| খুড়া—খুৰা | ভাড়া—ভাৰা |
| শুঁড়—শুঁৰ | শাড়ী—শাৰী |
| গুড়—গুৰ | ভঁড়াল—ভঁৰাল |
| গুড়ি—গুৰি | ভেড়া—ভেৰা |
| ঝাড়ু—ঝাৰু | গাড়ী—গাৰী |

কিন্তু ড়-বৰ্ণটো কেৱল 'গড়'তে আবদ্ধ নাৰাখি আন কিছুমান শব্দটো তাক ব্যৱহাৰ কৰা ভাল। বিশেষকৈ খুড়া, গুড়ি, নাড়ী প্ৰমুখ্যে দুটামান শব্দত ড়-ৰ জোঁটনিয়েই ৰখা উচিত; কাৰণ খুৰা, গুৰি, নাৰী-ৰ অৰ্থ বেলেগ।

**ৰ-ৰ বিষয়ে দুটামান কথা মন কৰিবিঃ**

*(১) দুটা শব্দৰ প্ৰথমটোৰ অন্ত্যবৰ্ণ ৰ-জাত বিসৰ্গ আৰু দ্বিতীয়টোৰ আদ্য বৰ্ণ স্বৰবৰ্ণ হ'লে সন্ধিৰ ফলত বিসৰ্গই ৰ-ৰ স্থান লয়। যেনে—*

| | |
|---|---|
| নিঃ + অপৰাধ = নিৰপৰাধ | অন্তঃ + ইন্দ্ৰিয় = অন্তৰিন্দ্ৰিয় |
| অন্তঃ + আত্মা = অন্তৰাত্মা | পুনঃ + উত্থান = পুনৰুত্থান |

একেদৰে, পুনঃ + অভিনয় = পুনৰভিনয়। শব্দটো মন কৰিবি। বহুতে ভুলকৈ 'পুনৰাভিনয়' বুলি লিখে।

(২) ব্যঞ্জনান্ত ৰ-অৰ এটা ৰূপ হ'ল ৰেফ্। যেনে ধৰ্ম, কৰ্ম, ইত্যাদি। *দুটা শব্দৰ প্ৰথমটোৰ অন্ত্য বৰ্ণ ৰ-জাত বিসৰ্গ আৰু দ্বিতীয়টোৰ আদ্য বৰ্ণ গ/ঘ/ঙ; জ/ঝ/ঞ; ড/ঢ/ণ; দ/ধ/ন; ব/ভ/ম; য/ৰ/ল/ৱ— এই বৰ্ণকেইটাৰ যিকোনো এটা হ'লে শব্দ দুটাৰ সন্ধিৰ ফলত বিসৰ্গৰ ঠাইত ৰেফ্ বহে। উদাহৰণ—*

| | |
|---|---|
| অন্তঃ + গত = অন্তৰ্গত | দুঃ + বল = দুৰ্বল |
| দুঃ + ঘটনা = দুৰ্ঘটনা | নিঃ + ভীক = নিৰ্ভীক |
| পুনঃ + জন্ম = পুনৰ্জন্ম | দুঃ + মতি = দুৰ্মতি |
| অন্তঃ + দাহ = অন্তৰ্দাহ | নিঃ + যাতন = নিৰ্যাতন |
| অন্তঃ + ধান = অন্তৰ্ধান | দুঃ + লভ = দুৰ্লভ |
| দুঃ + নীতি = দুৰ্নীতি | দুঃ + ৱহ = দুৰ্বহ |

*(৩) দুটা শব্দৰ প্ৰথমটোৰ অন্তবৰ্ণ ঋ-কাৰ আৰু দ্বিতীয়টোৰ আদ্যবৰ্ণ স্বৰবৰ্ণ হ'লে শব্দ দুটাৰ সন্ধিৰ ফলত ঋ-কাৰৰ ঠাইত ৰ-কাৰ বহে। যেনে—*

| | |
|---|---|
| পিতৃ + অনুমতি = পিত্ৰনুমতি | মাতৃ + উপদেশ = মাত্ৰুপদেশ |

*(৪) ঋ-ৰে আৰম্ভ হোৱা শব্দৰ আগত অ বা আ-কাৰান্ত শব্দ বহিলে দুয়োটাৰে সন্ধিৰ ফলত ঋ-ৰ ঠাইত অৰ্ হয়। যেনে—*

| | |
|---|---|
| সপ্ত + ঋষি = সপ্তৰ্ষি | অধম + ঋণ = অধমৰ্ণ |
| মহা + ঋষি = মহৰ্ষি | উত্তম + ঋণ = উত্তমৰ্ণ |

(৫) ঋ, ৰি আৰু ৰী-ৰ উচ্চাৰণ প্ৰায় একে। কোনো শব্দত ব্যঞ্জন বৰ্ণৰ লগত যুক্তক্ষৰ হিচাপে এইকেইটাৰ যিকোনো এটা থাকিলে শব্দটো লিখোঁতে সাৱধান হ'বি। দুটামান এনে প্ৰায় সমোচ্চাৰিত শব্দ গোটাচেৰেক তোক দিওঁ:

| | |
|---|---|
| ঋতি—ৰীতি | কৃত—ক্ৰীত |
| ধাতৃ—ধাত্ৰী | মাতৃক—মাত্ৰিক |
| নেতৃবৃন্দ—নেত্ৰীবৃন্দ | পৈতৃক—পৌত্ৰিক |
| মাতৃ—ছাত্ৰী | মাতৃকা—পত্ৰিকা |
| শৃঙ্খল—শ্ৰীফল | সবিতৃ—সাবিত্ৰী |

*(৬) বিদেশী শব্দত সচৰাচৰ ৰ লিখা হয়। যেনে—*

| | | | |
|---|---|---|---|
| তাৰিখ | মজুৰ | খবৰ | ৰবৰ |
| গৰজ | খৰচ | গৰম | নাৰাজ |
| কেৰম | আলমাৰি | চাৰ | চেয়াৰ |

ৰেল মটৰ ট্ৰেজাৰি নাৰ্চাৰি

অৱশ্যে ফাৰ্চী-আৰবীমূলক ড়-যুক্ত শব্দ দুটামানো আছে। যেনে ঘড়ী, গড়কাপ্তানী।

— খুড়া, আজিকালি বহুতে খৃষ্ট-ৰ সলনি খ্রিষ্ট লিখে। কোনটো বানান শুদ্ধ— খৃষ্ট, নে খ্রীষ্ট নে খ্রিষ্ট?

অকণে প্ৰশ্ন কৰিলে।

— ধ্বনিৰ ফালৰ পৰা খ্ৰীষ্ট বা খৃষ্ট শব্দটো মূল শব্দৰ বেছি ওচৰ চপা। আনহাতে বিদেশী শব্দত আমি ই-কাৰ দিয়াই ভাল। গতিকে 'খ্রিষ্ট'ৰ ব্যৱহাৰেই সমীচীন। তেনেকৈ 'বৃটিছ'-ৰ সলনি 'ব্ৰিটিছ'— এনেকৈ লিখাৰ অভ্যাস কৰিবি।

আৰু এটা কথা তোক কওঁ:

(৭) ধ্বনিৰ ফালৰ পৰা ৰ, ড়, ঢ়-ৰ লগত ল-ৰ সম্পৰ্ক ওচৰ। বহুতে জিভা ঘূৰাব নোৱাৰি ৰ, ড়, ঢ়-ক কেতিয়াবা ল উচ্চাৰণ কৰে। যেনে—

চূড়াকৰণ—চুলাকৰণ, শুক্ৰেশ্বৰ—শুক্লেশ্বৰ, জৰুৰ—জৰুল

সেইবুলি এনেবোৰ শব্দত ৰ-ৰ ঠাইত ল নিলিখিবি। অৱশ্যে কিছুমান শব্দত ৰ, ড-ই বহু আগতেই ল-ৰ ৰূপ লৈছে। এইবোৰত ল-ই লিখিব লাগিব। যেনে—

কুহেড়িকা—কুহেলিকা    শ্ৰীৰ—শ্ৰীল
গড্ডৰিকা—গড্ডলিকা    ৰোম—লোম (নোম)
শাৰিকা—শালিকা    ফাৰ্—ফাল্
প্ৰহ্ৰাদ—প্ৰহ্লাদ    ষোড়শ—ষোল্ল

— এতিয়া, তোক কিছু সমোচ্চাৰিত শব্দ দিওঁ।

এইবুলি খুড়াই তলৰ তালিকাখন দিলে আৰু সেইদিনাৰ পাঠ সামৰিলে।

•

প্ৰায় একে উচ্চাৰণৰ, কিন্তু ভিন্ন ৰ, ড় আৰু ঢ়-যুক্ত কিছুমান শব্দ

| | | |
|---|---|---|
| কড়ি (এবিধ শামুকৰ খোল) | — | কৰী (হাতী) |
| কাঁড়ী (কাঁড় মাৰোঁতা) | — | কাঢ়ি (কাঢ় ধাতুৰ ৰূপবিশেষ) |
| কুঁঢ়ি (এবিধ মাছ) | — | কুৰি (বিশ) |
| খুড়া (দেউতাকৰ ভায়েক) | — | খুৰা (ঘোঁৰা আদি জন্তুৰ ভৰিৰ তলৰ ভাগ) |
| গঁড় (এবিধ জন্তু) | — | গঢ় (সাজ, গঢ়ন) |
| গুড়ি (কঠিন পদাৰ্থৰ চূৰ্ণীকৃত ৰূপ) | — | গুৰি (গছ-গছনিৰ তল ভাগ, উৎস) |
| চুড়ি (হাতত পিন্ধা গহনা) | — | চুৰি (চৌৰ কাৰ্য) |
| জড় (নিৰ্জীৱ) | — | জ্বৰ (বেমাৰৰ বাবে হোৱা শৰীৰ উত্তাপ) |
| জড়িত (লিপ্ত) | — | জৰ্জৰিত (বৃদ্ধ) |
| | | দা'ৰ (যাতাচং |

| | | |
|---|---|---|
| তড়িৎ (বিদ্যুৎ) | — | ত্বৰিত (খৰতকীয়া) |
| নাড়ী (ধমনি) | — | নাৰী (ৰমণী) |
| নীড় (চৰাইৰ বাঁহ) | — | নীৰ (পানী) |
| পঢ়া (অধ্যয়ন কৰা) | — | পৰা (পৰি যোৱা) |
| পীড়া (ক্লেশ) | — | পীৰা (এবিধ কাঠৰ আসন) |
| বুঢ়া (বৃদ্ধ) | — | বুৰা (ডুব যোৱা) |
| শাড়ী (তিৰোতাৰ বস্ত্ৰ) | — | শাৰী (সানি) |
| সুগঢ়ী (ভাল গঢ়) | — | সুগৰী (এবিধ পছু) |
| শুড় (হাতীৰ নাক) | — | সুৰ (সংগীতৰ ধ্বনি) |
| ষড়্ (ছয়) | — | সৰ (সৰি পৰ, গাখীৰৰ চামনি) |
| হাড় (অস্থি) | — | হাৰ (পৰান্ত হ, ডিঙিৰ অলংকাৰ) |
| হাড়ী (মাটিৰ পাত্ৰ) | — | হাৰি (পৰান্ত হৈ, এটা সম্প্ৰদায়) |

# একাদশ পাঠ

## শ, ষ, স-ৰ কথা

বগাকৈ বগলী      বহলাই বলিছে
বলুকাত বিয়লি বেলা,
বকুল বাগৰিছে      ববচা বনতে
বুটলি বিলাওঁগৈ ব'লা।

— পদ্যফাকি শুনিছনে ?

খুৰাই অকণক সুধিলে আৰু ক'লে,

— পদ্যফাকি সাহিত্যাচাৰ্য মিত্ৰদেৱ মহন্তই ৰচনা কৰিছিল। মই তোৰ কাৰণে তেনে ধৰণৰ এফাকি বিহুগীত লিখি আনিছোঁ। তই শুন:

সেউতীৰ শিৰতে      সানিমে সেন্দুৰ
সাধিম সৰগৰে সুখ,
শাওণাৰ ষাড়ে      শতৰু শালিলে
সহিছোঁ সেউতীৰ শোক।

— নিশ্চয় মন কৰিছ, গীতফাকিত শ, ষ, স— তিনিওটা বৰ্ণই আছে। কিন্তু আমি তিনিওটা বৰ্ণকে একে ধৰণে উচ্চাৰণ কৰোঁ।

সংস্কৃত ভাষাত শ, ষ, স-ৰ উচ্চাৰণ বেলেগ বেলেগ। এটা তালব্য, এটা মূৰ্ধন্য আৰু এটা দন্ত্য। অৰ্থাৎ জিভাৰ আগভাগ তালুৰ কঠিন অংশত লগাই শ, তালুৰ মূৰ্ধাংশত লগাই ষ আৰু দাঁতৰ গুৰিত লগাই স উচ্চাৰণ কৰিব লাগে। কিন্তু আমাৰ ভাষাত শ, ষ, স-ৰ ধ্বনি একেই আৰু বৰ্ণকেইটা উচ্চাৰণ কৰোঁতে জিভাখন তালু বা দাঁতৰ গুৰিত নলগাৰৈই। আমাৰ ভাষাত এই বৰ্ণকেইটা হ-ৰ দৰে প্ৰায় কণ্ঠনালীয়। উচ্চাৰণ অনুসৰি লিখা নহয় বাবে এই বৰ্ণযুক্ত শব্দবিলাক লিখোঁতে আমাৰ বানান ভুল হয়।

তৎসম শব্দত 'ষ' বহাৰ কিছুমান নিয়ম আছে। এই নিয়মবোৰক 'ষত্ব বিধান' বোলে। চমুকৈ নিয়মবোৰ হ'লঃ

(১) *ঋ-ৰ পিছত সদায় ষ।* উদাহৰণ—

| বৃষ | ঋষি | ঋষভ | কৃষি |
|---|---|---|---|
| তৃষ্ণা | বৃষ্ণি | কৃষ্ণ | পৃষ্ঠ |

(২) *স-বৰ্ণৰে আৰম্ভ হোৱা কোনো শব্দৰ আগত অ, আ ভিন্ন আন স্বৰান্ত উপসৰ্গ লগ লাগিলে শব্দটোৰ স-ৰ ঠাইত ষ হয়।* যেনে—

সম, কিন্তু বিষম      সঙ্গ, কিন্তু অনুষঙ্গ
সুপ্ত, কিন্তু সুষুপ্ত      সিক্ত, কিন্তু অভিষিক্ত

তেনেদৰে,

| সুষম | বিষাদ | পৰিষদ | উপনিষদ |
|---|---|---|---|
| অনুষ্ঠান | প্রতিষ্ঠান | নিষেধ | প্রতিষেধক |

কিন্তু উপসৰ্গটো অ বা আ কাৰান্ত হ'লে এই নিয়ম নাখাটে। উদাহৰণ—

সিদ্ধ—প্রসিদ্ধ (কিন্তু নিষিদ্ধ)  সঙ্গ—প্রসঙ্গ (কিন্তু অনুষঙ্গ)

তেনেদৰে— প্রসন্ন, প্রসাদ, আসন্ন, অৱসাদ, ইত্যাদি।

অৱশ্যে ষত্ব বিধিৰ এই নিয়মটোৰ ভালেমান ব্যতিক্রমো আছে। অৰ্থাৎ উপসৰ্গটো অ বা আ-কাৰান্ত নহ'লেও বহু শব্দত এই নিয়ম নাখাটে। যেনে—

| বিসৰ্জন | বিস্ময় | অভিসন্ধি | প্রতিসৰণ |
|---|---|---|---|
| সুসভ্য | সুসজ্জিত | অনুসন্ধান | অনুসৰণ |

ওপৰত আলোচনা কৰা শব্দবোৰ উপসৰ্গ যুক্ত শব্দ। *কোনো শব্দ সংস্কৃত বিভক্তিযুক্ত হ'লেও একেই নিয়ম।* উদাহৰণ—

কল্যাণীয়েষু, কিন্তু কল্যাণীয়াসু  শ্ৰীচৰণেষু, কিন্তু শ্ৰীচৰণাসু

একেদৰেই, সুচৰিতাসু, কিন্তু প্ৰীতিভাজনেষু, শ্ৰদ্ধাস্পদেষু।

এইখিনিতে এটা কথা তোক কৈ থওঁ। কল্যাণীয়াসু বা সুচৰিতাসু-ৰ দৰে প্ৰীতিভাজনাসু বা শ্ৰদ্ধাস্পদাসু নহ'ব। কাৰণ ভাজন আৰু আস্পদ— এই দুটাৰ লিঙ্গ পৰিবৰ্তন নহয়। অৰ্থাৎ পুৰুষো প্ৰীতিভাজন আৰু শ্ৰদ্ধাস্পদ; মহিলাও প্ৰীতিভাজন আৰু শ্ৰদ্ধাস্পদ। লিঙ্গ পৰিবৰ্তন নোহোৱা এনেবিলাক শব্দক সংস্কৃতত 'অজহলিঙ্গ' শব্দ বুলি কোৱা হয়।

বিভক্তিযুক্ত শব্দৰ দৰে *সংস্কৃত প্রত্যয়ান্ত শব্দতো আগত অ, আ-ৰ বাহিৰে আন স্বৰবৰ্ণ থাকিলে ষ; কিন্তু অ, আ থাকিলে স।* উদাহৰণ স্বৰূপে, ইচ্ছা, অভিলাষ আদি অৰ্থত ব্যৱহৃত সন্ প্রত্যয়ান্ত দুটামান শব্দ তোক কওঁ:

| বুভুক্ষা | মুমূৰ্ষা | জিগীষা | চিকীৰ্ষা | বিবমিষা |
|---|---|---|---|---|

কিন্তু

| জিজ্ঞাসা | পিপাসা | জিঘাংসা | লিপ্সা | ৰিৰংসা |
|---|---|---|---|---|

মনত ৰাখিবি— এই শব্দবিলাকত সন্ প্রত্যয়ৰ উপৰিও আ প্রত্যয় যোগ কৰা হৈছে। কেৱল সন্ প্রত্যয়ান্ত শব্দৰ ব্যৱহাৰ আমাৰ ভাষাত নাই।

(৩) *দুটা শব্দৰ প্ৰথমটোৰ শেষত অঃ, আঃ ধ্বনিৰ বাহিৰে আন বিসৰ্গান্ত ধ্বনি থাকিলে/আৰু দ্বিতীয়টোৰ আদ্য বৰ্ণ ক/খ/প/ফ হ'লে দুয়োটা শব্দৰ সন্ধিৰ ফলত বিসৰ্গৰ ঠাইত ষ হয়।* উদাহৰণ—

| | |
|---|---|
| আবিঃ + কাৰ = আবিষ্কাৰ | চতুঃ + পদ = চতুষ্পদ |
| বহিঃ + কাৰ = বহিষ্কাৰ | ভ্ৰাতুঃ + পুত্ৰ = ভ্ৰাতুষ্পুত্ৰ |
| দুঃ + কৃতি = দুষ্কৃতি | নিঃ + পত্তি = নিষ্পত্তি |
| দুঃ + পাঠ্য = দুষ্পাঠ্য | নিঃ + ফল = নিষ্ফল |

কিন্তু অঃ, আঃ ধ্বনি থাকিলে বিসৰ্গৰ ঠাইত স-হে বহে।

যেনে—

| | |
|---|---|
| নমঃ + কাৰ = নমস্কাৰ | তিৰঃ + কাৰ = তিৰস্কাৰ |
| পুৰঃ + কাৰ = পুৰস্কাৰ | তেজঃ + ক্রিয় = তেজস্ক্রিয় |

অৱশ্যে এই ক্ষেত্ৰত কিছুমান শব্দত বিসৰ্গ অপৰিৱৰ্তিত ৰূপত থাকে। যেনে— অন্তঃকৰণ, বয়ঃকনিষ্ঠ, অন্তঃকোণ, নিঃকিন, শিৰঃপীড়া, মনঃপুত, পুনঃপুনঃ, ইত্যাদি।

মন কৰিবা—

| | |
|---|---|
| পৰিষ্কাৰ, কিন্তু পুৰস্কাৰ | বহিষ্কাৰ, কিন্তু তিৰস্কাৰ |
| আৱিষ্কাৰ, কিন্তু নমস্কাৰ | নিষ্ক্রিয়, কিন্তু তেজস্ক্রিয় |

(৪) *দুটা শব্দৰ প্ৰথমটোৰ শেষত বিসৰ্গ আৰু দ্বিতীয়টোৰ আৰম্ভণিত ট/ঠ আৰু ত/থ থাকিলে সন্ধিৰ ফলত বিসৰ্গৰ ঠাইত ক্ৰমে ষ আৰু স হয়।* যেনে—

ধনুঃ + টঙ্কাৰ = ধনুষ্টঙ্কাৰ, কিন্তু মনঃ + তাপ = মনস্তাপ।

এইখিনিতে দুটামান শব্দ মন কৰিবিঃ

স্তোম, কিন্তু অগ্নিষ্টোম, আয়ুষ্টোম, জ্যোতিষ্টোম।

(৫) *কিছুমান শব্দৰ শেষত বিশেষ্য ৰূপত শ থাকিলেও বিশেষণ ৰূপত সেইবোৰ ষ্ট হয়; কিন্তু বিশেষ্য ৰূপত স থাকিলে বিশেষণ ৰূপত সেইবোৰ হয় স্ত।* উদাহৰণ—

| | |
|---|---|
| ক্লেশ—ক্লিষ্ট | অভ্যাস—অভ্যস্ত |
| প্ৰৱেশ—প্ৰৱিষ্ট | বিন্যাস—বিন্যস্ত |

কিন্তু

| | |
|---|---|
| বিনাশ—বিনষ্ট | আশ্বাস—আশ্বস্ত |
| নিৰ্দেশ—নিৰ্দিষ্ট | সন্ত্ৰাস—সন্ত্ৰস্ত |

ষ্ট, স্ত-ৰে শেষ হোৱা শব্দৰ দৰে ষ্ঠ, স্থ-বে শেষ হোৱা শব্দও অনেক আছে। যেনে—

| | | | |
|---|---|---|---|
| শ্ৰেষ্ঠ | নিষ্ঠা | অতিষ্ঠ | প্ৰতিষ্ঠা |
| দুঃস্থ | প্ৰস্থ | যন্ত্ৰস্থ | গৃহস্থ |

মন কৰিবা— গৃহস্থ, প্ৰকৃতিস্থ; কিন্তু ভূমিষ্ঠ, বলিষ্ঠ।

— খুড়া, ষ্ঠ, স্থ-ৰ কথা ওলোৱাত এটা শব্দ মোৰ মনত পৰিছে। কওঁকচোন, —পাকিস্থান নে পাকিস্তান?

অকণে খুড়াক সুধিলে।

— স্থান আৰু স্তান দুয়োটা সমাৰ্থক হ'লেও 'স্তান' এটা ফাৰ্চী শব্দ। গতিকে আমি লিখা ভাল— হিন্দুস্থান, ৰাজস্থান, ধৰ্মস্থান, পীঠস্থান; কিন্তু পাকিস্তান, আফগানিস্তান, উজবেকিস্তান। সেইদৰে কবৰ-ই-স্তান; কিন্তু কবৰস্থান।

— খুড়া, সংস্থা নে সস্থা?

— সংস্থা এটা তৎসম শব্দ। সস্থা শব্দ ইয়াৰ পৰা ওলাইছে। সস্থা এটা তদ্ভৱ শব্দ।

তই মন কৰিছ নিশ্চয়, আমি এতিয়ালৈকে স, ষ-ৰ কথাই বেছিকৈ ক'লো। এতিয়া সন্ধি শব্দত শ অহাৰ এটা নিয়মৰ কথা কওঁ শুন:

(৬) *দুটা শব্দৰ প্ৰথমটোৰ শেষত বিসৰ্গ আৰু দ্বিতীয়টোৰ আৰম্ভণিত চ বা ছ থাকিলে সন্ধিৰ ফলত বিসৰ্গৰ ঠাইত শ হয়।* যেনে—

নিঃ + চল = নিশ্চল　　　দুঃ + চৰিত্ৰ = দুশ্চৰিত্ৰ

নিঃ + ছিদ্ৰ = নিশ্ছিদ্ৰ　　　শিৰঃ + ছেদ = শিৰশ্ছেদ

মন কৰিবি— শিৰশ্ছেদ, কিন্তু পৰিচ্ছেদ।

(৭) *কিছুমান তৎসম শব্দ তদ্ভৱ ৰূপলৈ আহিলে শ, ষ, স-ৰ ঠাইত কেতিয়াবা হ হয়।* যেনে—

| | | |
|---|---|---|
| দশ—দহ | বিষ—বিহ | কাংস—কাঁহ |
| যশ—যহ | ভিক্ষু—ভিকহু | কৰ্পাস—কপাহ |
| শেষ—শেহ | হাস্য—হাঁহি | আলস্য—এলাহ |

সেইবুলি শ, ষ, স-ৰ ঠাইত হ বহিবই, এনে কোনো কথা নাই; বৰং শ, ষ, স-ৰ ঠাইত হ বহুৱালে কেতিয়াবা অৰ্থৰ সলনি ঘটিব। দৃষ্টান্তৰূপে, দাস দাহ, চাষ-চাহ, পাশ-পাহ —এই যুৰীয়া শব্দ বিলাকে একে অৰ্থ নুসূচায়।

(৮) *শ, ষ, স বৰ্ণকেইটাক কেতিয়াবা আমি চ বা ছ ৰূপেও উচ্চাৰণ কৰোঁ।* যেনে, বীৰেশ—বীৰেচ, মহেশ—মহেচ। সেইবুলি বীৰেচ, মহেচ— এনেদৰে নিলিখিবি। এই বিষয়ে তোক ইতিমধ্যে কৈছোঁ। (চতুৰ্থ পাঠ দ্ৰষ্টব্য)।

এইখিনিলৈকে কৈ খুড়াই অকণক দুখনমান শব্দ তালিকা দিলে আৰু সেইদিনালৈ পাঠ সামৰিলে।

### শ, ষ, স-যুক্ত কিন্তু একে উচ্চাৰণৰ কিছুমান শব্দ

| | |
|---|---|
| আভাস (দীপ্তি, প্ৰকাশ) | আভাষ (আলাপ, কিতাপৰ ভূমিকা) |
| বৰ্ষা (বাৰিষা) | বৰ্শা (যাঠি) |
| সংকৰ (সংমিশ্ৰণ) | শংকৰ (শিৱ) |
| সৎ (সাধু, বিদ্যমান) | শত (শত) |
| সমতা (সাম্য) | শমতা (শান্তি) |
| সৰ (সৰি পৰ, গাখীৰৰ চামনি) | শৰ (কাঁড়, এবিধ পহু) |
| সৰণ (স্থানান্তৰ) | শৰণ (আশ্ৰয়) |
| সাপ (সৰ্প) | শাপ (শাও) |
| সাৰ (মূলভাগ, শস্যত দিয়া ঔষধ) | ষাঁড় (ঋষভ) |
| সাৰি (সাৰ্ ধাতুৰ অসমাপিকা ৰূপ) | শাৰী (শাৰি) |
| সাহ (সাহস) | শাঁহ (ফলৰ মূল ভাগ) |
| সুকৰ (সহজে কৰিব পৰা) | শূকৰ (গাহৰি) |
| সুভাস (স্পষ্টকৈ প্ৰকাশিত) | সুভাষ (মিষ্টভাষী) |

| | |
|---|---|
| সুৰ (দেৱতা, সললিত স্বৰ) | শুঁৰ (হাতীৰ নাক) |
| সূচি (নির্ঘণ্ট) | শুচি (পৱিত্ৰ) |
| সোঁতা (সূতি) | শোটা (ঘৰ সৰা সঁজুলি) |
| সোধা (প্রশ্ন কৰা) | শোধা (চমজাই দে) |
| স্রৱণ (ক্ষৰণ) | শ্রৱণ (শুনা কার্য) |
| স্রোতা (সোঁত থকা) | শ্ৰোতা (শুনোতা) |
| স্বন (শব্দ) | শ্বন (কুকুৰ) |

## উচ্চাৰণৰ কিছু মিল থকা শব্দ

| | |
|---|---|
| অভিসন্ধি, কিন্তু অভিষেক | অসম, কিন্তু বিষম |
| অৱসাদ, কিন্তু বিষাদ | অসহ, কিন্তু দুর্বিষহ |
| আসন্ন, কিন্তু বিষণ্ণ | আস্বাদ, কিন্তু আশ্বাস |
| ওজস্বিনী, কিন্তু অশ্বিনী | কল্যাণীয়াসু, কিন্তু কল্যাণীয়েষু |
| দাস্য, কিন্তু দৃশ্য | চিকিৎসা, কিন্তু চিকীর্ষা |
| দেশ, কিন্তু দ্বেষ | নষ্ট, কিন্তু ন্যস্ত |
| পুৰস্কাৰ, কিন্তু পৰিষ্কাৰ | প্রশ্ন, কিন্তু উষ্ণ |
| প্রাসঙ্গিক, কিন্তু আনুষঙ্গিক | বয়স্ক, কিন্তু জ্যোতিষ্ক |
| বিন্যস্ত, কিন্তু বিনষ্ট | ভস্ম, কিন্তু ভীষ্ম |
| ভাস্বৰ, কিন্তু ঈশ্বৰ | শস্য, কিন্তু শিষ্য |
| শান্ত, কিন্তু সান্ত্বনা | শিস্ন, কিন্তু কৃষ্ণ |
| শ্রদ্ধাস্পদ, কিন্তু চতুষ্পদ | সভাসদ, কিন্তু পৰিষদ |
| স্বেদ, কিন্তু শ্বেত | হাস্য, কিন্তু ভাষ্য |

## নিত্য শ, ষ আৰু স-যুক্ত কেতবোৰ শব্দ

| | | | |
|---|---|---|---|
| দিশ | দেশ | যশ | নাশ |
| পাশা | আশা | কুশ | দশা |
| শোকোতা | শোণিত | পিশাচ | শাণিত |
| অংশু | অৱশ | বিশাল | নিশ্বাস |
| বিশাৰদ | কিংশুক | বিংশতি | সংশয় |
| ভাষা | মেষ | বিষ | কোষ |
| উষা | শেষ | পৌষ | দোষ |
| শীর্ষ | বর্ষা | ষণ্ড | ষট্ |
| ঈষৎ | তুষাৰ | মহিষ | গণ্ডূষ |
| ভূষণ | ঔষধ | মূষিক | পুৰুষ |

| | | | |
|---|---|---|---|
| পোষণ | পাষাণ | পাষণ্ড | ভীষণ |
| বসু | বাস | ৰস | ৰাস |
| সঙ্গ | সূত | হাস্য | দাস |
| সান্ত্বনা | সমুদ্ৰ | সন্দেহ | বসন্ত |
| ধূসৰ | বাসনা | প্ৰাসাদ | ৰসনা |
| নাসিকা | অসতী | বাসিন্দা | বসতি |

# দ্বাদশ পাঠ

# বিসৰ্গ, চন্দ্ৰবিন্দু আদিৰ কথা

— মই আজি তোক বিসৰ্গ, চন্দ্ৰবিন্দু, তদুপৰি হসন্ত চিন, হাইফেন আদি আমি বাক্যত সততে ব্যৱহাৰ কৰা দুই-চাৰিটা চিহ্নৰ বিষয়ে ক'ম। প্ৰথমে

## বিসৰ্গ

বিসৰ্গৰ নিজা উচ্চাৰণ নাই। কোনো বৰ্ণৰ পিচত ই লগ লাগিলে ইয়াৰ উচ্চাৰণ হ্-অৰ দৰে হয়। ই স্বৰবৰ্ণ নহয়; ব্যঞ্জন বৰ্ণমালাত ইয়াক স্থান দিয়া হয় যদিও ই প্ৰকৃততে ব্যঞ্জন বৰ্ণও নহয়। সেয়ে ইয়াক কোৱা হয় 'অযোগবাহ্ বৰ্ণ'। তৎসম শব্দতে ইয়াৰ ব্যৱহাৰ বেছি। কিন্তু অ-তৎসম শব্দতো ই কেতিয়াবা ব্যৱহৃত হয়। যেনে— বাঃ (বাহ্), ছিঃ (ছিহ্), যাঃ (যাহ্), ইত্যাদি।

কিছুমান তৎসম শব্দৰ শেষত ব্যঞ্জনান্ত ৰ্ আৰু স্ থাকিলে ৰ্ আৰু স্-অৰ সলনি আমি কেতিয়াবা বিসৰ্গ ব্যৱহাৰ কৰোঁ। যেনে—

| | |
|---|---|
| অন্তৰ্ = অন্তঃ | আশিস্ = আশীঃ |
| পুনৰ্ = পুনঃ | মনস্ = মনঃ |
| প্ৰাতৰ্ = প্ৰাতঃ | বয়স্ = বয়ঃ |

ৰ-ৰ সলনি ব্যৱহৃত বিসৰ্গক *'ৰ- জাত বিসৰ্গ'* আৰু স-ৰ সলনি ব্যৱহৃত বিসৰ্গক *'স-জাত বিসৰ্গ'* বোলে।

সংস্কৃতত অজস্ৰ শব্দৰ শেষত বিসৰ্গ ব্যৱহৃত হয়। কিন্তু শেষত বিসৰ্গ থকা গোটাচেৰেক শব্দহে আমি ব্যৱহাৰ কৰোঁ। যেনে—

| | | | |
|---|---|---|---|
| ক্ৰমশঃ | অন্ততঃ | পুনঃ | ইতস্ততঃ |
| প্ৰধানতঃ | বস্তুতঃ | মুখ্যতঃ | অধঃ |

কোনো শব্দক সংক্ষিপ্ত ৰূপত প্ৰকাশ কৰিলে আমি কেতিয়াবা শব্দটোৰ আদ্য বৰ্ণৰ পিচত বিসৰ্গ ব্যৱহাৰ কৰোঁ। যেনে— ডাক্তৰ—ডাঃ, মিষ্টাৰ— মিঃ, ইত্যাদি। আজিকালি ডাক্তৰ অৰ্থাৎ চিকিৎসকৰ লগত ডক্টৰেট উপাধিধাৰী ব্যক্তিৰ প্ৰভেদ সূচাবলৈ পিচৰ বিধ ব্যক্তিৰ নামৰ সম্মুখত বিসৰ্গৰ সলনি অৰ্ধ বিসৰ্গ চিন ( ঃ) ব্যৱহাৰ কৰাৰ নিয়ম চলিছে (ড°)।

কোনো শব্দক সংক্ষিপ্ত ৰূপত প্ৰকাশৰ ক্ষেত্ৰত বিসৰ্গ বা অৰ্ধ বিসৰ্গৰ সলনি ফুট বা বিন্দু চিহ্ন দিব পাৰি।; বৰং এনে চিন দিয়াই ভাল। যেনে— ডা., ড., মি., ইত্যাদি। শব্দৰ সংক্ষিপ্তকৰণত আমি এনে চিন ব্যৱহাৰ কৰোঁও। যেনে—গৰিষ্ঠ সাধাৰণ গণনীয়ক = গ.সা.গু.; অসম গণ পৰিষদ = অ. গ. প.; টেলিভিচন = টি.ভি.; ইত্যাদি। অৰ্থ বিকৃতি ঘটাৰ সম্ভাৱনা নাথাকিলে এনেকি ফুট চিনবো প্ৰয়োজন নাই, অৰ্থাৎ ল.সা.গু., অ.গ.প., টি.ভি.—এনেকৈ নিলিখি ল সা গু, অ গ প, টি ভি— এনেকৈ লিখিলেও চলে।

বিসৰ্গৰ কথালৈ আহোঁ। শেষত বিসৰ্গ থকা শব্দৰ লগত আন কোনো শব্দৰ সন্ধি হ'লে বিসৰ্গৰ সলনি সন্ধি বিশেষে বিভিন্ন বৰ্ণ আহে। সকলো প্ৰকাৰৰ সন্ধিৰ ভিতৰত বিসৰ্গ সন্ধিয়েই বিচিত্ৰতম। ৰ, ড়, ঢ় আৰু শ, ষ, স-ৰ আলোচনাত বিসৰ্গ সন্ধিৰ বিষয়ে তোক ইতিমধ্যে কৈছোঁ। এই বিষয়ে তোক আগতে নোকোৱা দুটামান কথা কওঁ:

(১) *কোনো শব্দৰ শেষত অঃ (স-জাত বিসৰ্গ) ধ্বনি থাকিলে আৰু তাৰ লগত গ/ঘ; জ/ঝ; ড়/ঢ়/ণ; দ/ধ/ন; ব/ভ/ম; য/ৰ/ল/ৱ/হ— এই বৰ্ণকেইটাৰ যিকোনো এটা বৰ্ণেৰে আৰম্ভ হোৱা কোনো শব্দৰ সন্ধি হ'লে সন্ধিৰ ফলত 'অঃ' 'ও'লৈ ৰূপান্তৰিত হয়।* উদাহৰণ—

| | |
|---|---|
| মনঃ + গত = মনোগত | ইতঃ + মধ্যে = ইতোমধ্যে |
| পয়ঃ + ঘন = পয়োঘন | অধঃ + মুখ = অধোমুখ |
| মনঃ + জ = মনোজ | মনঃ + যোগ = মনোযোগ |
| মনঃ + দুখ = মনোদুখ | মনঃ + ৰথ = মনোৰথ |
| পয়ঃ + ধৰ = পয়োধৰ | যশঃ + লিপ্সা = যশোলিপ্সা |
| মনঃ + নিবেশ = মনোনিবেশ | মনঃ + বাঞ্ছা = মনোবাঞ্ছা |
| মনঃ + ভাৱ = মনোভাৱ | মনঃ + হাৰী = মনোহাৰী |

— খুড়া, ওপৰৰ তালিকাখনত আপুনি 'ইতোমধ্যে' বুলি লিখিলে। কিন্তু আমি দেখোন 'ইতিমধ্যে' বুলিহে কওঁ।

অকণে মাজতে মাত লগালে।

— শব্দটো আচলতে 'ইতোমধ্যে'হে। এনেধৰণৰ আন এটা অসাধু হ'ল 'ইতিপূৰ্বে'। আচলতে শব্দটো 'ইতঃপূৰ্বে', 'ইতোপূৰ্বে' নহয় কিন্তু। ইতিমধ্যে, ইতিপূৰ্বে শব্দ দুটা ভুল হ'লেও দুয়োটা শব্দ আমাৰ ভাষাত ইমান দকৈ শিপাইছে যে অসাধু বুলি দুয়োটা শব্দকে আমি গ্ৰহণ কৰি ল'ব লাগিব। 'ইতঃপূৰ্বে'ৰ দৰে আন এটা শব্দ হ'ল 'মনঃকষ্ট'। শব্দটো বহুতে ভুলকৈ 'মনোকষ্ট' বুলি লিখে। একেদৰে বহুতে ভুলকৈ লিখা আন এটা শব্দ হ'ল 'মনোলোভা'। বহুতে 'মনলোভা' বুলি লিখে।

— খুড়া, শিৰঃ আৰু নামা-ৰ সন্ধি হৈয়ে নিশ্চয় শিৰোনামা শব্দটো হৈছে, নহয়নে ?

অকণে সুধিলে।

—শব্দটো আচলতে সংস্কৃতমূলক নহয়। ইয়াৰ মূল হ'ল 'স(চ)ৰ্নমহ' নামৰ ফাৰ্চী ভাষাৰ এটা শব্দহে। চিঠি-পত্ৰাদিৰ ওপৰত ফাৰ্চীভাষীসকলে এই প্ৰণামসূচক শব্দটো লিখে। শব্দটো যিহেতু সংস্কৃত কৰি আমাৰ ভাষাত সুমুৱাই লোৱা হৈছে, গতিকে 'শিৰোনামা' বুলি নিলিখি 'শিৰোনাম' বুলি লিখাহে যুগুত।

এতিয়া শুন।

(২) *বিসৰ্গেৰে শেষ হোৱা কোনো শব্দৰ লগত শ বা স-ৰে আৰম্ভ হোৱা শব্দৰ সন্ধি নহয়।*

উদাহৰণ—

নিঃশেষ　　দুঃশাসন　　নমঃশূদ্র　　দুঃসাহস

নিঃসন্তান　　দুঃসংবাদ　　মনঃসমীক্ষা　　প্ৰাতঃস্নান

বিসৰ্গ সন্ধি নোহোৱা আৰু ভালেমান শব্দ আছে। তোক ইতিমধ্যে এই বিষয়ে কৈছোঁ। (৭৭ পৃষ্ঠা চাওক)।

(৩) *কেতবোৰ সন্ধি-শব্দত বিসৰ্গ নিলিখিলেও চলে।* তেনে কেতবোৰ শব্দ হ'লঃ

নিস্তব্ধ　নিস্পৃহ　　নিশ্বাস　নিস্পন্দ

মনস্থ　বক্ষস্থল　　নিসংকোচ　বহিস্থ

— খুড়া, দুখ নে দুঃখ ? ওতঃপ্ৰোত নে ওতপ্ৰোত ? স্বতঃস্ফূৰ্ত নে স্বতস্ফূৰ্ত ? অকণে সুধিলে।

— দুঃখ তৎসম শব্দ; দুখ তদ্ভৱ শব্দ। তদ্ভৱ শব্দটোত অসমীয়া প্ৰত্যয় প্ৰযোজ্য। যেনে— দুখীয়া, দুখী, দুখিনী (অসমীয়া ঈ আৰু ইনী প্ৰত্যয় হিচাপে)। সেইবুলি স্বতস্ফূৰ্ত নহয়, স্বতঃস্ফূৰ্ত।

খুড়াই এইদৰে মন্তব্য কৰিলে আৰু ক'লে,

— এতিয়া

## চন্দ্ৰবিন্দু

চন্দ্ৰবিন্দু অনুনাসিক ধ্বনিৰ চিন। কোনো বৰ্ণক নাকেৰে উচ্চাৰণ কৰিবলগীয়া হ'লে আমি সেই বৰ্ণটোৰ ওপৰত চন্দ্ৰবিন্দু দিওঁ। মৃত ব্যক্তিৰ নামৰ সমুখত স্বৰ্গীয় শব্দৰ সলনি এই বিন্দু কেতিয়াবা প্ৰয়োগ কৰা হয়, যদিও স্বৰ্গৰ ধাৰণা ধূসৰ হৈ অহাৰ লগে লগে এই প্ৰয়োগো ক্ৰমে কমি আহিছে।

চন্দ্ৰবিন্দুৰ বিষয়ে দুটামান কথা কওঁ শুন:

(১) *মূল সংস্কৃত শব্দত থকা নাসিক্য বৰ্ণবিলাক (ঙ/ঞ/ণ/ন/ম/ং) লুপ্ত হৈ যিবোৰ তদ্ভৱ শব্দৰ সৃষ্টি হৈছে, সেইবোৰৰ লুপ্ত বৰ্ণটোৰ আগৰ বৰ্ণত আমি সচৰাচৰ চন্দ্ৰবিন্দু দিওঁ।* উদাহৰণ—

| ঙ লুপ্তি | ঞ লুপ্তি | ণ লুপ্তি |
|---|---|---|
| অঙ্ক—আঁক | অঞ্চল—আঁচল | কণ্টক—কাঁইট |
| শঙ্খ—শাঁক, শাঁখ | পিঞ্জৰা—পিঁজৰা | গণ্ডাৰ—গঁড় |
| বঙ্কিম—বেঁকা | পুঞ্জি—পুঁজি | ভাণ্ডাৰ—ভঁৰাল |
| ন লুপ্তি | ম লুপ্তি | ং লুপ্তি |
| অন্ত—আঁত | কম্পন—কঁপনি | কাংস—কাঁহ |
| গ্ৰন্থন—গাঁথনি | কুমাৰী—কুঁৱৰী | বংশ—বাঁহ |
| দন্ত—দাঁত | গুম্ফ—গোঁফ | হংস—হাঁহ |

কেতিয়াবা মূল তৎসম শব্দৰ আন কোনো বৰ্ণ লোপ পালেও আমি নাকেৰে উচ্চাৰণ কৰা বৰ্ণটোৰ ওপৰত চন্দ্ৰবিন্দু দিওঁ। যেনে—

| | | |
|---|---|---|
| অষ্ঠৱৎ—আঁঠু | কূপ—কুঁৱা | গৰ্ত—গাঁত |
| অশ্বত্থ—আঁহত | কুড়েলিকা—কুঁৱলি | যুদ্ধ—যুঁজ |

| | | |
|---|---|---|
| কৰ্কট—কেঁকোৰা | গোস্বামী—গোঁসাই | সত্য—সঁচা |
| কৰ্পাস—কঁপাহ | ঘোটক—ঘোঁৰা | স্ৰোত—সোঁত |

তৎসম ভিন্ন আন শব্দত নাসিক্য বৰ্ণ লোপ পালেও চন্দ্ৰবিন্দু দিয়া হয়। যেনে, দেখোন—দেখোঁ, মাথোন—মাথোঁ।

(২) *কেতিয়াবা আকৌ সংস্কৃত শব্দৰ কোনো বৰ্ণ লোপ নাপালেও আমি চন্দ্ৰবিন্দু দিওঁ।* যেনে— সংস্কৃতত 'কাচ', কিন্তু অসমীয়াত 'কাঁচ'। তেনেদৰে,

| | | |
|---|---|---|
| জট—জঁট | চোচ—চোঁচ | কাস—কাঁহ |

(৩) *কোনো শব্দত সলনি য় বা ঞি-ৰ সলনি ই লিখিলে আমি শব্দটোত চন্দ্ৰবিন্দু ব্যৱহাৰ কৰোঁ।* যেনে—

| | | |
|---|---|---|
| তিঞহ—তিয়ঁহ | চিঞাহী—চিয়াঁহী | গোহাঞি—গোহাঁই |

(৪) *উচ্চাৰণ বিশেষে বহিৰাগত শব্দতো আমি চন্দ্ৰবিন্দু দিওঁ।* যেনে—

ৰেনেচাঁচ, ৰেষ্টোঁৰা, জাহাঁপানা, পিয়াঁজ

(৫) *চন্দ্ৰবিন্দুযুক্ত দেশজ শব্দও আছে।* যেনে—

| | | | | |
|---|---|---|---|---|
| দোঁ | চোঁ | আঁট | চাঁহি | চিঁচিঁয়নি |
| ঠাঁচ | গোঁজ | কঁহুৰা | আঁজোৰ | গোঁগোঁৱনি |

(৬) ক্ৰিয়া আৰু ক্ৰিয়াবাচক বিশেষ্যত চন্দ্ৰবিন্দুঃ

(ক) *স্বৰূপ বৰ্তমান কালৰ প্ৰথমা একবচন আৰু বহুবচনত যি ক্ৰিয়াপদ ব্যৱহৃত হয়, তাৰ অন্তিম বৰ্ণত সদায় চন্দ্ৰবিন্দু।* উদাহৰণ—

খাইছোঁ, কৰিছোঁ, বহিছোঁ, শুইছোঁ।

(খ) *নিত্য বৰ্তমান কালৰ প্ৰথমা একবচন আৰু বহুবচন বুজোৱা যিবোৰ ক্ৰিয়াপদ, সেইবোৰত অনুনাসিক বৰ্ণ নাথাকিলে তেনেবোৰ ক্ৰিয়া পদৰ অন্তিম বৰ্ণত সদায় চন্দ্ৰবিন্দু।* উদাহৰণ—

খাওঁ, যাওঁ, উঠোঁ, বহোঁ, লিখোঁ, পঢ়োঁ।

*কিন্তু অনুনাসিক বৰ্ণ থাকিলে চন্দ্ৰবিন্দু নালাগে।* যেনে—

গণো, শুনো, সানো, ভ্ৰমো, নামো, ৰান্ধো।

(গ) *অনুনাসিক বৰ্ণ নথকা ধাতুত ওঁতা, ওঁতে বিভক্তি লগ লাগিলে সদায় চন্দ্ৰবিন্দু।* উদাহৰণ—

খাওঁতে, যাওঁতে, উঠোঁতে, বহোঁতে, লিখোঁতে, পঢ়োঁতে

খাওঁতা, যাওঁতা, উঠোঁতা, বহোঁতা, লিখোঁতা পঢোঁতা

*কিন্তু অনুনাসিক বৰ্ণ থাকিলে চন্দ্ৰবিন্দু নালাগে।* যেনে—

গণোতে, শুনোতে, সানোতে, ভ্ৰমোতে, নামোতে, ৰান্ধোতে

গণোতা, শুনোতা, সানোতা, ভ্ৰমোতা, নামোতা, ৰান্ধোতা

(ঘ) *অনুজ্ঞাবাচক ক্ৰিয়াত চন্দ্ৰবিন্দু নালাগে।* যেনে—

খাওক, যাওক, ৰওক, বহক, লিখক, পঢ়ক।

(ঙ) *স্বৰূপ ভূত কাল আৰু অপূৰ্ণ ভূত কাল বুজোৱা ক্ৰিয়াপদৰ প্ৰথম পুৰু ৰ একবচন*

*আৰু বহু বচনৰ অন্তিম বৰ্ণত চন্দ্ৰবিন্দু দিয়াৰ নিয়ম একালত আছিল। কিন্তু এনেবিলাক ক্ৰিয়া পদত আজিকালি চন্দ্ৰবিন্দু দিয়া নহয়।* দৃষ্টান্তৰূপে, খালোঁ, শুনিলোঁ; খাইছিলোঁ, শুইছিলোঁ— এনেদৰে লিখাতকৈ আজিকালি বৰং খালো, শুনিলো; খাইছিলো, শুনিছিলো— এনেকৈহে লিখা হয়।

চন্দ্ৰবিন্দু জথে-মথে ব্যৱহাৰ নকৰিবি। বহুতে ও-বৰ্ণ দেখিলেও তাৰ ওপৰত চন্দ্ৰবিন্দু দিব খোজে। ভাও, লাও, নাও, নেওগ, নেওতা, নেওচা, খালেও, চালেও— এনেবিলাক শব্দত চন্দ্ৰবিন্দু দিব নালাগে; কিন্তু বহুতেই দিয়ে। সাহিত্য ডিম্বেশ্বৰ নেওগৰ নাম শুনিছ নহয়। তেখেতৰ উপাধিত চন্দ্ৰবিন্দুৰ পয়োভৰ দেখি বিৰক্ত হৈ তেখেতে হেনো এবাৰ কৈছিল যে নেওগৰ ও-ত চন্দ্ৰবিন্দু দিয়াতকৈ সেইটো তেখেতৰ নামৰ আগত দিয়াই ভাল!

আন কিছুমান শব্দতো কোনো কোনো লোকে অযথা চন্দ্ৰবিন্দু দিয়ে; যেনে—কাঁচি, ফাঁকি, ভেঁটি, সঁকীয়নি। এনেবোৰ শব্দত চন্দ্ৰবিন্দু নালাগে।

শব্দৰ কোনটো বৰ্ণৰ ওপৰত চন্দ্ৰবিন্দু দিব লাগে, সেই সম্পৰ্কেও সচেতন হ'বি। বহুতে যিটো বৰ্ণৰ ওপৰত চন্দ্ৰবিন্দু দিব লাগে, তাৰ পিচৰ বৰ্ণটোৰ ওপৰত চন্দ্ৰবিন্দু দিয়ে। উদাহৰণ স্বৰূপে,

| | |
|---|---|
| লিখিব লাগে সঁফুৰা, | কিন্তু লিখে সফুঁৰা; |
| লিখিব লাগে পিঁজৰা, | কিন্তু লিখে পিজঁৰা; |
| লিখিব লাগে সেঁওতা, | কিন্তু লিখে সেওঁতা; ইত্যাদি |

আজিকালি চন্দ্ৰবিন্দুৰ প্ৰয়োগ আগতকৈ কমিছে। কঁকাল, কঁপাহ, বেঁকা, আঁঠু, ভঁৰালী, খালোঁ, খাইছিলোঁ আদি কিছুমান শব্দত মানুহে চন্দ্ৰবিন্দু নিদিয়া হৈছে। চন্দ্ৰবিন্দু কমকৈ দিয়াই ভাল। ইয়াৰ অৰ্থ অৱশ্যে এইটো নহয় যে আমাৰ ভাষাত চন্দ্ৰবিন্দুৰ কোনো তাৎপৰ্য নাই। চন্দ্ৰবিন্দু দিবলগীয়া শব্দত ইয়াক নিদিলে, বা যি বৰ্ণৰ ওপৰত দিব লাগে তাত নিদিলে, শব্দৰ অৰ্থই সলনি হৈ যাব পাৰে। এনেকুৱা দুটামান শব্দ তোক দিওঁ:

### প্ৰায় সমোচ্চাৰিত শব্দ

| | |
|---|---|
| আচল (প্ৰকৃত) | আঁচল (কাপোৰৰ আগ) |
| আহ (ওচৰ চাপ, দুখব্যঞ্জক অব্যয়) | আঁহ (মঙহ বা গছৰ ছাল আদিৰ মিহি সূতাৰ নিচিনা ভাগ) |
| আহত (আঘাতপ্ৰাপ্ত) | আঁহত (অশ্বত্থ গছ) |
| কথা (বাক্য, আলাপ) | কঁথা (ফটা কাপোৰেৰে তৈয়াৰী নিহালি) |
| কাচ (কাপোৰ থুকুচি থো) | কাঁচ (চিচা) |
| কোচ (এটা উপজাতি) | কোঁচ (কুঞ্চন) |
| খাটি (কষ্ট কৰি) | খাঁটি (নিৰ্ভেজাল) |
| খুচি (সন্তুষ্ট) | খুঁচি (খোঁচ্ ধাতুৰ ৰূপবিশেষ) |
| গড় (মাটিৰ ওখ চাপ) | গঁড় (গণ্ডাৰ) |

| | |
|---|---|
| গাওঁ (গা ধাতুৰ ৰূপবিশেষ) | গাঁও (গ্ৰাম) |
| গোড়া (বগা চামৰাৰ) | গোঁড়া (মতান্ধ) |
| চা (দৃষ্টি কৰ) | ছাঁ (ছায়া) |
| চিয়াৰ (ঠাৰ, ইঙ্গিত) | চিয়ঁৰ (আটাহ) |
| জাপ (জাপি থ, তৰপ) | জাঁপ (জাম্প) |
| তেও (তথাপি) | তেওঁ (এটা সৰ্বনাম) |
| ধোৱা (ধো ধাতুৰ এটা ৰূপ) | ধোঁৱা (ধূম্ৰ) |
| পাও (ভৰি) | পাওঁ (পা ধাতুৰ ৰূপবিশেষ) |
| পাচ (পশ্চাৎ, উত্তীৰ্ণ) | পাঁচ (পঞ্চ) |
| পাজি (ধূৰ্ত) | পাঁজি (পঞ্জিকা, সূতা কাটিবৰ বাবে দীঘলকৈ মেৰোৱা কঁপাহ) |
| পুৱা (প্ৰভাত) | পুঁৱা (তাপ ল) |
| বাৰী (গছ-গছনি থকা ঠাই) | বাঁৰী (বিধবা) |
| বাও (এবিধ ধান) | বাঁও (বাম) |
| | বাওঁ (বা ধাতুৰ ৰূপবিশেষ) |
| বাহ (চৰাই- চিৰিকতি থকা ঠাই, এটা সন্তুষ্টিবাচক প্ৰত্যয়) | বাঁহ (এবিধ তৃণ) |
| বাহী (পিচদিনাকৈ থোৱা আগদিনাৰ বস্তু) | বাঁহী (বংশী) |
| ভাজ (জুইৰ তাপত সিদ্ধ কৰ) | ভাঁজ (বেঁকা, ভাল বস্তুৰ লগত মিহলোৱা বেয়া বস্তু) |
| ভেটি (ভিত্তি) | ভেঁটী/ভেঁটি (যোচ) |
| শাও (অভিশাপ) | শাঁও (কফৰ দৰে লেতেকীয়া বিষ্ঠা) |
| সাজ (পোছাক, সজ্জিত বস্তু, নিৰ্মাণ কৰ) | সাঁজ (সন্ধিয়া, আহাৰ) |
| হুত (নিহত) | হুঁত (বোৰ, সমূহ) |

— এতিয়া আমি শব্দ আৰু বাক্যত ব্যৱহাৰ কৰা দুটামান চিহ্নৰ কথা কওঁ। এইবুলি খুড়াই আৰম্ভ কৰিলে;

(ক) ***উৰ্ধ্ব কমা***— আনে কোৱা কথা উদ্ধৃত কৰিলে সেই কথাখিনি আমি সচৰাচৰ উৰ্ধ্ব কমাৰ ভিতৰত দিওঁ। যেনে— ৰামে কৈছিল, 'যদু ঘৰলৈ যাব।' বহুতে দুটাকৈ উৰ্ধ্ব কমা ("......") দিয়ে। কিন্তু উদ্ধৃতিৰ মাজত উদ্ধৃতি থাকিলেহে দুটা কমা দিয়া ভাল। যেনে— হৰিয়ে ক'লে, "ৰামে কৈছিল, 'যদু ঘৰলৈ যাব'।" অন্যথা এটা কমাই যথেষ্ট।

শব্দৰ মাজতো আমি উৰ্ধ্ব কমা ব্যৱহাৰ কৰোঁ।

(১) *যিবোৰ অ-কাৰান্ত বৰ্ণত অ-ৰ উচ্চাৰণ অলপ ও মুখী হয়, সেইবোৰ বৰ্ণৰ পিচত আমি এই চিন দিওঁ।*

যেনে—

| | | | |
|---|---|---|---|
| য'ত | ত'ত | ক'ত | চ'ত |
| চ'ৰা | ল'ৰা | দ'ম | হ'ম |

এনে উচ্চাৰণৰ বিদেশী শব্দতো ঊৰ্ধ্ব কমা দিয়া হয়। যেনে—

| | | | |
|---|---|---|---|
| ব'ৰ্ডাৰ | প'ৰ্টাৰ | প'ষ্টকাৰ্ড | প'ষ্টাৰ |
| গেলিলিঅ' | লিঅ'নাৰ্ড' | গ'লকীপাৰ | ক'ল্ডড্ৰিংক |

এনেবোৰ শব্দত বহুতো ও-কাৰ দিয়ে; কিন্তু উচ্চাৰণলৈ চাই ঊৰ্ধ্ব কমাহে দিয়া উচিত।

(২) *মূল শব্দৰ পৰা ঐ, ঔ — এই বৰ্ণ দুটা লোপ পালে লুপ্ত বৰ্ণৰ ঠাইত সচৰাচৰ এই চিন ব্যৱহাৰ হয়।* উদাহৰণ—

বৈঠা— ব'ঠা　　　　　　ৰৌদ্ৰ—ৰ'দ

বৈশাখ— ব'হাগ　　　　　দৌল—দ'ল

(৩) *ক, যা, (গৈ হোৱা ৰূপত), থ ব, ৰ, ল, আৰু হ— এই ধাতুকেইটাৰ পৰা হোৱা প্ৰথম বৰ্ণটোত ঊৰ্ধ্ব কমা দিয়া হয়। অ, আ, ভিন্ন আন স্বৰবৰ্ণ থাকিলেও ঊৰ্ধ্ব কমা দিয়া হয়; কিন্তু নিদিলেও চলে।* যেনে—

| | |
|---|---|
| ক'ম, ক'ব, ক'লা; | কিন্তু কলে, কলো। |
| গ'ল, গ'লা, গ'লত; | কিন্তু গলে, গলো। |
| থ'লা, থ'লত; | কিন্তু থলে, থলো, থলি। |
| ব'ল, ব'লা, ব'লক। | |
| ৰ'ল, ৰ'বা, ৰ'ব; | কিন্তু ৰলে, ৰলো। |
| ল'লা, ল'লত; | কিন্তু ললো, ললে। |
| হ'ল, হ'লা, হ'ব; | কিন্তু হলে, হলো। |

— খুড়া, অ, আ ভিন্ন আন স্বৰবৰ্ণ থাকিলে ঊৰ্ধ্ব কমা নিদিলেও চলে কিয় ?

অকণে সুধিলে।

— আজিকালি বানন পদ্ধতিৰ সৰলীকৰণৰ দিনত উচ্চাৰণ জনা থাকিলে আৰু খেলিমেলি লগাৰ সম্ভাৱনা নাথাকিলে শব্দত চন্দ্ৰবিন্দু, ঊৰ্ধ্ব কমা আদি কমকৈ দিয়াই ভাল। তদুপৰি অ' উচ্চাৰণযুক্ত বহুতো শব্দতে আমি ঊৰ্ধ্ব কমা নিদিওঁ। যেনে—সত্তৰ, গকুল, অতি, সতী,বেদ। শব্দকেইটাৰ উচ্চাৰণ আচলতে স'ত্ত'ৰ, গ'কুল, অ'তি, স'তী, বে'দ— এনে ধৰণৰ। এনেবোৰ শব্দ ঊৰ্ধ্ব কমা নোহোৱাকৈ চলিছে যেতিয়া কলো, গলো, থলো আদিও নচলাৰ কাৰণ নাই।

কিন্তু কিছুমান শব্দত এই চিন দিবই লাগিব ; এনেবোৰ এই চিন ব্যৱহাৰ নকৰিলে সিবোৰৰ অৰ্থ বেলেগ হৈ পৰাৰ সম্ভাৱনা থাকে। দুটামান উদাহৰণ তোক দিওঁ:

### প্ৰায় একে উচ্চাৰণৰ শব্দ

| | | |
|---|---|---|
| কম (তাকৰ) | — | ক'ম (ক ধাতুৰ ৰূপবিশেষ) |
| কলা (বধিৰ) | — | ক'লা (কৃষ্ণ বৰ্ণৰ, ক ধাতুৰ এটা ৰূপ) |
| গল (ডিঙি) | — | গ'ল (যা ধাতুৰ এটা ৰূপ) |
| চৰা (বেছি, ওখ) | — | চ'ৰা (আলোচনা কৰা ঠাই) |
| তত্ (চেতনা) | — | ত'ত (সেই ঠাইত) |
| দম (উশাহ্) | — | দ'ম (গোটাই থোৱা বস্তুৰ সমূহ) |
| বল (জোৰ) | — | ব'ল (যা ধাতুৰ এটা ৰূপ) |
| মহ (এবিধ তেজপিয়া প্ৰতঙ্গ) | — | ম'হ (এবিধ জন্তু) |
| ৰদ (খাৰিজ) | — | ৰ'দ (ৰৌদ্ৰ) |
| ৰব (কোলাহল) | — | ৰ'ব (ৰ ধাতুৰ এটা ৰূপ) |
| লৰা (লৰ্ ধাতুৰ এটা ৰূপ) | — | ল'ৰা (বালক) |

(খা) হসন্ত বা হ্ৰস্ চিনঃ- কোনো বৰ্ণ ব্যঞ্জনান্ত হ'লে বৰ্ণটোৰ পিচত এই চিন (্) দিয়া হয়। এই চিনটোক কেতিয়াবা 'হলন্ত চিন' বুলিও কোৱা হয়। দেখাত সৰু হ'লেও এইটো দৰকাৰী চিন, বিশেষকৈ বিদেশী শব্দৰ ক্ষেত্ৰত। এই চিন নিদিলে অৰ্থৰ সলনি ঘটাৰ সম্ভাৱনা থাকে। ইংৰাজীত Cable শব্দটোকে ধৰ। হসন্ত চিন নিদিয়াকৈ শব্দটো অসমীয়াত লিখিলে হ'ব 'কেবল'— যিটো 'কেৱল বা 'মাত্ৰ' বুলিও আমাৰ ভুল হ'ব পাৰে। গতিকে শব্দটো আমি লিখা উচিত হসন্ত চিন দি, অৰ্থাৎ 'কেব্‌ল্'— এনেকৈ।

হসন্ত চিন নিলিখা বাবে বহুতো নামৰ উচ্চাৰণতো আমি ভুল কৰোঁ। যেনে—ফখ্ৰুদ্দিন, নেহ্ৰু, টল্‌ষ্টয়, প্ৰিষ্ট্‌লি— এই নামবিলাক আমি উচ্চাৰণ কৰোঁ ফখ(অ)ৰুদ্দিন, নেহ(অ)ৰু, টল(অ)ষ্টয়, প্ৰিষ্ট(অ)লি— এনেকৈ। অৱশ্যে কোনো নামৰ উচ্চাৰণ শুদ্ধকৈ প্ৰতিষ্ঠিত হৈ যোৱাৰ পিচত হসন্ত চিন দি নাথাকিলেও চলে। যেনে— আইন্‌ষ্টাইন্, মাৰ্ক্স্— এনেকৈ নিলিখি আইনষ্টাইন, মাৰ্ক্স— এনেকৈ লিখিলেও ভুল নহয়।

কেৱল নামবাচক শব্দতেই নহয়; আন কিছুমান শব্দতো এই চিন দিয়া ভাল। যেনে— বাগ্‌দত্তা, দিগ্‌দৰ্শন, বদ্‌চৰিত্ৰ, ইত্যাদি। অৱশ্যে শুদ্ধভাৱে উচ্চাৰিত অতি প্ৰচলিত শব্দত এই চিন নিষ্প্ৰয়োজন; যেনে— জকমকীয়া, দৰকাৰ, চৰকাৰ, খৰধৰ।

হসন্ত চিন নিদিয়া বাবে আমি, প্ৰায় সকলোৱে, এটা শব্দ ভুলকৈ উচ্চাৰণ কৰোঁ। শব্দটো হ'ল ষড়্। যেনে— আমি কওঁ ষড়(অ)দৰ্শন, ষড়(অ)ৰিপু, ষড়(অ)ভুজ, ষড়(অ)যন্ত্ৰ। কিন্তু শব্দবিলাকত ড় বৰ্ণ অকাৰান্ত নহয়, ব্যঞ্জনান্ত।

(গ) হাইফেন (-):- দুটা বা তাতোধিক শব্দ সমাসবদ্ধ হ'লে সমস্যমান পদকেইটাৰ মাজত কেতিয়াবা এই চিন দিয়া হয়; যেনে— গুৰু-ভক্তি, ভাত-পানী, ইত্যাদি। কেতিয়াবা অৱশ্যে দিয়া নহয়ো; যেনে— অসম সাহিত্য সভা। এই বিষয়ে পিচত অলপ বহলাই ক'ম (চতুৰ্দশ অধ্যায় দ্ৰষ্টব্য)। এতিয়া তোক কেইটামান ছেদচিহ্ন

বা বিৰামচিহ্নৰ কথা কওঁ।
(ঘ) কমা (,):— পঢ়ি যাওঁতে য'ত অলপ সময় ৰ'ব লগা হয়, তাত এই চিন।
(ঙ) চেমি ক'লন (;):— পঢি যাওঁতে য'ত অলপ বেছি সময় ৰ'ব লগা হয়, তাত এই চিন।
(চ) ক'লন (:):— বাক্যৰ যি অংশত অলপ সময় বৈ আন এটা বিষয় অৱতাৰণা কৰা হয়, তাত এই চিন।
(ছ) দাৰি (।):— এটা বাক্য শেষ হ'লে এই চিন। পুৰণি কবিতাত দুডাল দাৰিও ব্যৱহৃত হয়।

এই চিনবিলাকৰ উপৰিও প্ৰশ্নবোধক চিন (?), বিস্ময় সূচক চিন (!), তৰা চিন (*), বন্ধনী চিন [( ), [ ],] আদি নানা তৰহৰ চিন বাক্যত ব্যৱহৃত হয়। কিন্তু এইবোৰৰ আলোচনা সম্প্ৰতি নকৰোঁ।

ইমানলৈকে কৈ খুড়াই সিদিনা পাঠ সামৰিলে।

## ত্ৰয়োদশ পাঠ

### দ্বিত্ব বৰ্জনৰ আৰু যুক্তাক্ষৰ সৰলীকৰণৰ কথা

খুড়াই পোনতে এফাকি কবিতা আওৰালে,

মই কবি, সীমিত মোৰ সামৰ্থ্য।
আলি দোমোজাৰ ভূতগ্ৰস্ত প্ৰহৰীৰ
কৃতঘ্ন পিতলৰ সুহুৰিয়ে
বিপৰ্যস্ত কৰে মোৰ কাব্যৰ অৰ্থ।
ৰ'দ গৈ গৈ ঢলি পৰে সুবৰ্ণ সূৰ্য।

—কবিতা ফাকি কাৰ ?
খুড়াই অকণক সুধিলে।
— কবি হীৰেন ভট্টাচাৰ্যৰ।
অকণে টপৰাই উত্তৰ দিলে।
— কবিতা ফাকিত কেইবাটাও ৰেফ্‌যুক্ত শব্দ আছে। শব্দকেইটা লিখচোন।
অকণে লিখি গ'ল:
সামৰ্থ্য, বিপৰ্য্যস্ত, অৰ্থ, সুবৰ্ণ, সূৰ্য্য
— ভুল হোৱা নাই। কিন্তু আজিকালি দ্বিত্ব বৰ্জনৰ নিয়ম হোৱাত বানান পদ্ধতি অলপ সলনি হৈছে।
— খুড়া, 'দ্বিত্ব বৰ্জন' মানেনো কি ?
অকণে সুধিলে।
— ইয়াৰ মানে তেনেই সহজ। খুড়াই ক'লে,

(১) আগতে *কোনো শব্দত ৰেফ্-অৰ পিচত চ/জ/ত/দ/ৱ/ম/য— এই বৰ্ণকেইটাৰ যিকোনো এটা থাকিলে বৰ্ণটো আগতে দুবাৰকৈ লিখা হৈছিল; আজিকালি মাথোঁ এটা বৰ্ণ লিখা হয়, অৰ্থাৎ এটা বৰ্ণ বৰ্জন কৰা হয়। ইয়েই দ্বিত্ব বৰ্জন।*

উদাহৰণস্বৰূপে, আগতে মানুহে লিখিছিল,

| | | |
|---|---|---|
| অৰ্চ্চনা, চৰ্চ্চা | কীৰ্ত্তি, আৰ্ত্তি | ধৰ্ম্ম, কৰ্ম্ম |
| অৰ্জ্জুন, নিৰ্জ্জীৱ | দুৰ্দ্দশা, নিৰ্দ্দিষ্ট | সূৰ্য্য, কাৰ্য্য |
| | উৰ্ব্বৰ, বৰ্ব্বৰ | |

কিন্তু আজিকালি লিখা হয় এনেদৰেঃ

| | | |
|---|---|---|
| অৰ্চনা, চৰ্চা | কীৰ্তি, আৰ্তি | ধৰ্ম, কৰ্ম |
| অৰ্জুন, নিৰ্জীৱ | দুৰ্দশা, নিৰ্দিষ্ট | সূৰ্য, কাৰ্য |
| | উৰ্বৰ, বৰ্বৰ | |

— খুড়া, আপোনাৰ কথা বুজি পাইছোঁ; কিন্তু উচ্চাৰণৰ ফালৰ পৰা সূৰ্য্য, কাৰ্য্য— এই দুটা বানানহে দেখোন শুদ্ধ যেন লাগে।

অকণে মন্তব্য কৰিলে।

— ঠিকেই কৈছ। কিন্তু সকলো সময়তে আমি উচ্চাৰণ অনুসৰি বানান নিলিখোঁ। গতিকে দ্বিত্ব বৰ্জনৰ নিয়ম মানি চলিবলৈ হ'লে এইবোৰ শব্দতো আমি য-কাৰডাল বাদ দিব লাগিব।

তেনেদৰে ধৰ, 'কাৰ্ত্তিক' শব্দটো। এই শব্দটো আহিছে 'কৃত্তিকা' শব্দৰ পৰা। যিহেতু মূল শব্দত দুটা ত, গতিকে 'কাৰ্ত্তিক' শব্দটোতো দুটা ত থকা উচিত আছিল। কিন্তু দ্বিত্ব বৰ্জনৰ নিয়ম মতে আমি ইয়াত এটা ত-হে লিখিম।

— খুড়া, তাৰ মানে দ্বিত্বৰ ব্যৱহাৰ উঠি গৈছে ?

অকণে সুধিলে।

— দ্বিত্বৰ ব্যৱহাৰ উঠি যোৱা নাই; ৰেফ্-অৰ পিচত দ্বিত্বৰ ব্যৱহাৰহে উঠিছে। ভালেমান শব্দ আছে যিবোৰ আমি দ্বি বৰ্ণ ব্যৱহাৰ কৰিবই লাগিব। এটা শব্দ ('কৃত্তিকা') তোক ইতিমধ্যে কলোৱেই। দ্বি বৰ্ণযুক্ত আন কেতবোৰ শব্দ হ'লঃ

| | | |
|---|---|---|
| মক্কা, ঢক্কা | উচ্চ, উচ্চাৰণ | লজ্জা, উজ্জ্বল |
| মত্ত, সত্ত্ব | উদ্দাম, উড্ডয়ন | অন্ন, সন্ন্যাসী |
| নব্বৈ, ছাব্বিশ | সম্মুখ, সম্মান | শয্যা, সাহায্য |
| | উল্লাস, উৎফুল্লিত | |

— এইবোৰৰ ভিতৰত উজ্জ্বল, সত্ত্ব, সন্ন্যাসী— এই শব্দ তিনিটাৰ বানান মন কৰিবি। দ্বিত্ব উঠি গ'ল বুলি ভাবি বহুতে শব্দকেইটা উজ্বল, সত্বা, সন্যাসী— এনে ধৰণে লিখে।

— নতুন বানান পদ্ধতি সম্পৰ্কে আৰু কিবা আছেনে ?

অকণে সুধিলে।

— আৰু অলপ আছে।

(২) আগতে *যিবোৰ শব্দত ৰেফ্-ৰ পিচত 'দ্ধ' লিখা হৈছিল, সেইবোৰত আজিকালি কেৱল 'ধ' লিখা হয়।* যেনে—

| | |
|---|---|
| অৰ্দ্ধ-অৰ্ধ | মূৰ্দ্ধা-মূৰ্ধা |
| উৰ্দ্ধ-উৰ্ধ্ব | দুৰ্দ্ধৰ্ষ-দুৰ্ধৰ্ষ |

(৩) আগতে *যিবোৰ শব্দত ৰেফ্-ৰ পিচত 'চ্ছ' লিখা হৈছিল, সেইবোৰত আজিকালি কেৱল 'ছ'।* যেনে—

| | |
|---|---|
| মূৰ্চ্ছা-মূৰ্ছা | মূৰ্চ্ছনা-মূৰ্ছনা |

(৪) আগতে *ৰ লগত দুটা ত থকা কেতবোৰ শব্দ আছিল। আজিকালি সেইবোৰত মাত্ৰ এটা ত।* যেনে—

| | | |
|---|---|---|
| পুত্ত্ৰ-পুত্ৰ | সত্ত্ৰ-সত্ৰ | উত্ত্ৰাৱল-উত্ৰাৱল |

— খুড়া, নতুন নিয়মত দ্ধ, চ্ছ আৰু ত্ত-ৰ ব্যৱহাৰ আছে নে নাই ?

— আছে। এনে অনেক শব্দ আমাৰ ভাষাত আছে। যেনে—

| | | |
|---|---|---|
| শ্ৰদ্ধা | বৃদ্ধা | পদ্ধতি |
| ইচ্ছা | উচ্ছ্বাস | উচ্ছেদ |
| চিত্ত | বৃত্ত | বিত্ত |

অৱশ্যে নতুন নিয়ম ভালকৈ বুজিব নোৱাৰি বহুতেই য'ত দ্ধ বা ত্ত্ব লিখিব লাগে, সেইবোৰতো কেৱল ধ বা ত্ব লিখি থৈ দিয়া আজিকালি দেখা গৈছে। যেনে, 'উদ্ধৃতি'ৰ সলনি 'উধৃতি' বা 'মহত্ত্ব'ৰ সলনি 'মহত্ব'। মনত ৰাখিবি—

বৃদ্ধি, কিন্তু বৰ্ধিত　　　　বৃদ্ধত্ব, কিন্তু বৃহত্ত্ব
বৃদ্ধ, কিন্তু বাৰ্ধক্য　　　　তৰলত্ব, কিন্তু তত্ত্ব

— খুড়া কাকতপত্ৰত আজিকালি দৈৰ্ঘ, সামৰ্থ আদি কিছুমান বানান পাওঁ। এই বানানবোৰ নতুন নিয়মত গ্ৰাহ্য নেকি ?

অকণে পুনৰ সুধিলে।

সংস্কৃত ভাষাত এনে বানানৰ বিৰল ব্যৱহাৰ আছে। কিন্তু এনে বানান আমি ব্যৱহাৰ নকৰোঁ। আমি শুদ্ধ বুলি ধৰো দৈৰ্ঘ্য, সামৰ্থ্য— এনেবোৰ বানানহে।

আগতে ৰেফ্-ৰ আগত যিবোৰ শব্দত য আৰু য-কাৰ দুয়োটা আছিল, নতুন নিয়মত সেইবোৰত য-কাৰডাল বাদ দিয়া হয়। সেই দেখি আজিকালি বহুতেই য-কাৰডাল আমাৰ ভাষাৰ পৰা একেবাৰে উঠি গ'ল বুলি ভাবিবলৈ লৈছে। ই ভুল ধাৰণা। কেনে ধৰণৰ শব্দত য-কাৰ লাগে, সেই বিষয়ে তোক ইতিমধ্যে বহলাই কৈছোঁ (পঞ্চম পাঠ দ্ৰষ্টব্য)।

— এতিয়া।

## যুক্তাক্ষৰ সৰলীকৰণৰ কথা

আমাৰ ভাষাত কিছুমান যুক্তাক্ষৰৰ চলিত ৰূপ বৰ বিভ্ৰান্তিজনক। এইবোৰৰ পাক এনেকুৱা যে, কি কি বৰ্ণেৰে এইবোৰ গঠিত, সেই কথা বুজিবলৈ ন-শিকাৰুৰ কথা বাদেই, অভিজ্ঞ লোকৰো টান লাগে। আমাৰ বানান ভুল হোৱাৰ বহুতো কাৰণৰ ভিতৰত ইও এটা। আমাৰ যুক্তাক্ষৰত থকা বেমেজালিৰ দুটামান উদাহৰণ তোক দিওঁ:

হ্ন— এইটো হ্+ন; ত্ৰ— এইটো ত্+ৰ। কিন্তু ক্ৰ— ত্+ৰ্+ন নহয়; এইটো ক্+ৰহে।

আনহাতে, ত্ৰু— এইটো আকৌ ত্+ৰ্+উ। সেইদৰে ক্ষ্ণ— এইটো দেখাত ষ্+ঞ যেন লাগিলেও এইটো আচলতে ষ+ণহে।

ন্থ— এইটো দেখাত ন্+হ যেন লাগে; কিন্তু এইটো ন্+থহে।

পুনৰ, ঘ্ন— এইটো ঘ্+ন; স্ন— এইটো স্+ন; কিন্তু হ্ণ— এইটো হ্+ন নহয়, এইটো হ্+ণহে। সেইদৰে ক্ষ্ণ— এইটোও ক্ষ্+ণহে। আৰু এটা উদাহৰণ—

ৰু— এইটো ৰ্+উ। সেইবুলি হৃ— এইটো হ্+উ নহয়; এইটো হ্+ঋহে।

আজিকালি দ্বিত্ব বৰ্জনৰ দ্বাৰা লিখন পদ্ধতি সৰল কৰা হৈছে। একেদৰে আমাৰ ভাষাত প্ৰচলিত যুক্তাক্ষৰবিলাকো আমি যিমান পাৰোঁ সৰল আৰু সহজবোধ্য ৰূপত প্ৰকাশ কৰিবলৈ চেষ্টা কৰা উচিত। ইমানলৈকে কৈ খুড়াই সিদিনাৰ পাঠ সামৰিলে।

# চতুৰ্দশ পাঠ
## বাৰে মিহলি কথা

অৰুণ খুড়াৰ কাষত বহাৰ লগে লগে তেওঁ এখন চিঠি তাৰ ফালে আগবঢ়াই দিলে।

— চিঠিখন পঢ়চোন। খুড়াই ক'লে।

অৰুণে পঢ়ি গ'ল।

সবিনয়পূৰ্বক নিবেদন,

অহা চৈধ্য ফেব্ৰুৱাৰী ৰবিবাৰে বিয়লি দুই বজাত স্থানীয় জিলা পুথি ভঁৰালত এখনি আলোচনা চক্ৰৰ আয়োজন কৰা হৈছে। আলোচনাৰ বিষয়বস্তু:

শিশুসকলৰ মানসিক উৎকৰ্ষতা বৃদ্ধিৰ উপায়।

তালৈ আপোনাক সাদৰেৰে নিমন্ত্ৰণ জনালো।

ইতি
বিনীত
জ্ঞানেশ্বৰ শৰ্মা

— চিঠিখনত কিবা ভুল পাইছনে। খুড়াই সুধিলে।

অৰুণে চিঠিখন পুনৰ সাৱধানে পঢ়ি ক'লে,

— নাই, পোৱা নাই।

— চিঠিখনত তিনিটা ভুল শব্দ আছে— সবিনয়পূৰ্বক, উৎকৰ্ষতা বৃদ্ধি আৰু সাদৰেৰে। তদুপৰি পুথি ভঁৰাল আৰু আলোচনা চক্ৰ,— এই শব্দকেইটাতো অলপ খেলিমেলি নথকা নহয়। এই বুলি খুড়াই কৈ গ'ল,

— ভালেমান মানুহে একেটা শব্দত প্ৰয়োজনতকৈ অধিক বৰ্ণ ব্যৱহাৰ কৰে, কেতিয়াবা খেলিমেলি কৰে সমাস, প্ৰত্যয়, বিভক্তি আদিৰ; কেতিয়াবা কৰ্তৃবাচ্য-কৰ্মবাচ্যৰ; কেতিয়াবা বিশেষ্য-বিশেষণৰ; কেতিয়াবা আকৌ কৰে একেটা বাক্যত শব্দৰ ভুল প্ৰয়োগ; ইত্যাদি। মই আজি তোক এনে বিষয়ৰ কিছু কথা ক'ম।

প্ৰথমেই কওঁ তল্ বা তা নামৰ সংস্কৃত প্ৰত্যয়টোৰ অপপ্ৰয়োগৰ কথা। তই জান, কোনো তৎসম শব্দত এই প্ৰত্যয়টো যোগ হ'লে শব্দটোৱে বিশেষণ বা বিশেষ্য ৰূপৰ পৰা গুণবাচক বিশেষ্যৰ ৰূপ পায়। যেনে- দীন- দীনতা, এক- একতা, মিত্ৰ- মিত্ৰতা, ইত্যাদি। কিন্তু বহুতো গুণবাচক বিশেষ্যতে এই প্ৰত্যয়টো যোগ কৰা দেখা যায়। উদাহৰণ— চিঠিখনত থকা 'উৎকৰ্ষ'তা শব্দটো। উৎকৰ্ষ এটা গুণবাচক বিশেষ্য; গতিকে ইয়াত তা প্ৰত্যয়যুক্ত নহয়। তদুপৰি ই এটা সৰ্বাধিক্য বুজোৱা শব্দ। গতিকে 'উৎকৰ্ষতা বৃদ্ধি' নহয়, 'উৎকৰ্ষ সাধন'। এনে ধৰণে তা প্ৰত্যয় ভুলকৈ ব্যৱহৃত হোৱা আৰু গোটাচেৰেক শব্দ তোক দিওঁ।

| ভুল | শুদ্ধ | ভুল | শুদ্ধ |
|---|---|---|---|
| উৎকৰ্ষতা | উৎকৰ্ষ | নিৰ্ভৰতা | নিৰ্ভৰ |
| অপকৰ্ষতা | অপকৰ্ষ | মতদ্বৈধতা | মতদ্বৈধ |
| প্ৰসাৰতা | প্ৰসাৰ | মৌনতা | মৌন |

শব্দকেইটা মন কৰিবি। কোনো আদৰ্শই প্ৰসাৰ লাভ কৰে, 'প্ৰসাৰতা' লাভ নকৰে। সেইদৰে, দুজন ব্যক্তিৰ মাজত মতদ্বৈধ হয়, 'মতদ্বৈধতা' নহয়।

মই দিয়া শব্দাৱলীত 'মৌন' শব্দটো বিশেষভাৱে মন কৰিবি। কাৰণ 'মৌনতা' লিখাৰ প্ৰবৃত্তি আজিকালি আমাৰ প্ৰায় সকলোৰে। মৌন এটা গুণবাচক শব্দ; গতিকে ইয়াত তা প্ৰত্যয় যোগ নহয়। এজন মানুহে মৌনব্ৰত অৱলম্বন কৰে বা মানুজন মৌনী হয়; কিন্তু তেওঁ 'মৌনতা' অৱলম্বন নকৰে।

— খুড়া, মৌনতা শব্দটো যদি ভুলেই, তেন্তে ই আমাৰ ভাষাত প্ৰচলিত হোৱাৰ কাৰণ কি ?

অকণে সুধিলে।

— কাৰণ আমাৰ ভাষাত সমাসৰ বিভ্ৰাট। দুটা পদৰ সমাস হৈ এটা পদ হ'লে সমাসবদ্ধ পদটো আমি প্ৰায়ে দুটা পদৰ দৰে বেলেগে বেলেগে লিখোঁ+ মৌনৰ ব্ৰত (vow of silence) = মৌনব্ৰত। কিন্তু আমি লিখোঁ মৌন ব্ৰত। গতিকে মৌন শব্দটো বিশেষণ বুলি আমাৰ ভাৱ হয়।

— খুড়া, সমাসৰ খেলিমেলিৰ আৰু উদাহৰণ আছে নেকি ?

— আছে, আৰু ভালেমান আছে। যেনে— শিশু সাহিত্যিক। ইয়াৰ অৰ্থ হ'ল কম বয়সীয়া সাহিত্যিক। যি শিশুৰ বাবে লিখে, অৰ্থাৎ যি শিশুৰ সাহিত্যিক, তেওঁ হ'ল শিশু- সাহিত্যিক। কিন্তু আমি সচৰাচৰ এনেকৈ নিলিখোঁ। ফলত অৰ্থৰ খেলিমেলি লাগে। আৰু এটা উদাহৰণ দিওঁ। কিছু বছৰৰ পৰা আমাৰ ভাষাত প্ৰচলিত হৈছে 'বিদেশী সমস্যা।' ইয়াৰ অৰ্থ হ'ল বিদেশৰ সমস্যা। কিন্তু আমাৰ সমস্যাটো আছিল বিদেশীৰ সমস্যা, অৰ্থাৎ বিদেশী- সমস্যা। ঠিক তেনেদৰে যদি মই লিখোঁ গুৰু বৰ্ণনা, তেন্তে বুজিব লাগিব বৰ্ণনাটো বেছ গধুৰ। কিন্তু কোনো শিষ্যই যদি তেওঁৰ গুৰুৰ বৰ্ণনা কৰে, তেন্তে সেই বৰ্ণনা হ'ব গুৰু-বৰ্ণনা। কোনো মহিলা যদি সাহিত্যিক হয়, তেন্তে তেওঁ হ'ব মহিলা সাহিত্যিক; কিন্তু কোনোবা পুৰুষেও যদি সদায় মহিলাৰ বিষয়ে লিখে, তেন্তে তেওঁ হ'ব মহিলা- সাহিত্যিক।

সমাসবদ্ধ শব্দবিলাক এটা কৰি নিলিখিলে অৰ্থৰ সলনি ঘটাৰ আৰু দুটামান উদাহৰণঃ হিম শীতল। ইয়াৰ অৰ্থ বৰফ ঠাণ্ডা। কিন্তু 'হিমশীতল'— ইয়াৰ অৰ্থ বৰফৰ দৰে ঠাণ্ডা। পক্ক কেশ— ইয়াৰ অৰ্থ পকা চুলি। কিন্তু 'পক্ককেশ'— ইয়াৰ অৰ্থ আকৌ পকাচুলীয়া (পুৰুষ)। সেইদৰে চাৰু দন্ত মানে ধুনীয়া দাঁত, কিন্তু 'চাৰুদন্ত' মানে ধুনীয়া দাঁতৰ (পুৰুষ), ইত্যাদি।

গতিকে সমাসবদ্ধ শব্দবিলাক যিমান পাৰি এটা শব্দৰ দৰে (বা হাইফেন দি) লিখা উচিত। 'যিমান পাৰি' বুলি কৈছোঁ এই কাৰণেই যে, সকলো সময়তে এনেদৰে লিখা নাযায়। যেনে— 'অসম কলেজ শিক্ষক সংস্থা।' এই চাৰিওটা শব্দই

আচলতে সামসবদ্ধ পদ (অসমৰ কলেজসমূহৰ শিক্ষকসকলৰ সংস্থা)। কিন্তু ইয়াক 'অসম-কলেজ-শিক্ষক-সংস্থা' বুলি সচৰাচৰ লিখা নাযায়, আৰু অৰ্থ স্পষ্ট হৈ থাকিলে এনেদৰে নিলিখিলেও হয়। কিন্তু দুটা শব্দৰ সমাস হ'লে সমস্ত পদটো এটা শব্দৰ দৰে, দৰকাৰ হ'লে হাইফেন দি, লিখা ভাল। তই পঢ়া চিঠিখনত 'পুথি- ভঁৰাল' আৰু 'আলোচনা- চক্ৰ' দুয়োটা সমাসবদ্ধ পদ। গতিকে 'পুথি ভঁৰাল' 'আলোচনা চক্ৰ'— এনেদৰে লিখা অবাঞ্ছনীয়। তেনেকৈ যুৱনেতা, গুৰুভক্তি, সমস্যাসমূহ ইত্যাদি শব্দ সদায় এটা কৰি লিখা উচিত। কিছুমান মানুহৰ সমাসবদ্ধ নামো এটা কৰি লিখা দৰকাৰ; যেনে— লক্ষ্মীনাথ, হৰিপ্ৰসাদ, ৰামচৰণ, চন্দ্ৰকান্ত ইত্যাদি।

আমাৰ ভাষাত সমাসৰ খেলিমেলিখিনি তই নিশ্চয় ধৰিব পাৰিছ।

— পাৰিছোঁ খুড়া; কিন্তু আপুনি তা প্ৰত্যয়ৰ কথা কৈ আছিল।

অকণে খুড়াক সোঁৱৰাই দিলে।

ওঁ, মই বিষয়ৰ পৰা বিষয়ান্তৰ পালোঁগৈ। তা প্ৰত্যয়যুক্ত দুটা বহু প্ৰচলিত শব্দ তোক কওঁ। শব্দ দুটা হ'ল— অজ্ঞানতা আৰু মানৱিকতা। 'অজ্ঞানতাৰ অন্ধকাৰত সমাজখন ডুব গৈ আছিল।'— এনে ধৰণৰ বাক্য আমি প্ৰায়ে পাওঁ। অজ্ঞানতা শব্দটো ভুল নহয়; কিন্তু সংজ্ঞাহীনতা বা মূৰ্ছা যোৱা অৰ্থতহে আমি ইয়াক ব্যৱহাৰ কৰা উচিত। অজ্ঞৰ বিশেষ্য হিচাপে (জ্ঞানহীনতা অৰ্থত) 'অজ্ঞতা'হে ব্যৱহাৰযোগ্য। সেইদৰে মানুহ অৰ্থাৎ মানৱ এটা জাতিবাচক বিশেষ্য। ইয়াক গুণবাচক বিশেষ্য কৰিবৰ বাবে ইয়াক পোনতে ষ্ণিক প্ৰত্যযৰ দ্বাৰা বিশেষণলৈ নি (অৰ্থাৎ 'মানৱিক' কৰি) তাৰ পিচতহে তাত তা প্ৰত্যয় যোগ দিয়া নিৰৰ্থক। বৰং 'মানৱ' শব্দতে আমি তা প্ৰত্যয যোগ কৰা সংগত; অৰ্থাৎ মানৱিকতাৰ সলনি আমি লিখা উচিত 'মানৱতা।' আৰু এটা শব্দ কওঁ: 'শৃঙ্খল',— ইয়াৰ গুণবাচক বিশেষ্য ৰূপ হ'ল 'শৃঙ্খলা।' কিন্তু বহুতো মানুহে 'শৃঙ্খলতা' বুলি লিখে।

তা প্ৰত্যয়ৰ আৰু এক ধৰণৰ অপপ্ৰয়োগ আমাৰ ভাষাত সততে দেখা যায়। ষ্ণ্য আৰু তা— এই প্ৰত্যয় দুটাৰ যিকোনো এটা যোগ কৰি কোনো কোনো তৎসম শব্দক বিশেষণৰ পৰা বিশেষ্যলৈ নিয়া হয়। কিন্তু বোধহয় শব্দটো 'মজবুত' কৰাৰ অৰ্থেই বহুতো মানুহে বিশেষণ পদটোত দুয়োটা প্ৰত্যয়কে যোগ দিয়ে। গোটাচেৰেক উদাহৰণ—

| ভুল | শুদ্ধ | ভুল | শুদ্ধ |
| --- | --- | --- | --- |
| দৈন্যতা | দৈন্য, দীনতা | দাৰিদ্ৰ্যতা | দাৰিদ্ৰ্য, দৰিদ্ৰতা |
| ঐক্যতা | ঐক্য, একতা | চাঞ্চল্যতা | চাঞ্চল্য, চঞ্চলতা |
| আতিশয্যতা | আতিশয্য, অতিশয়তা | ভাৰসাম্যতা | ভাৰসাম্য, ভাৰসমতা |
| সৌজন্যতা | সৌজন্য | সখ্যতা | সখ্য |
| সৌহাৰ্দ্যতা | সৌহাৰ্দ্য | বাহুল্যতা | বাহুল্য |

তালিকাখনৰ শেষৰ শব্দৰ চাৰিটাতো তা প্ৰত্যয় যোগ দি শব্দ গঢ়িব পাৰি। যেনে— সুজনতা, সুহৃদতা, ইত্যাদি। কিন্তু এনেবোৰ শব্দ আমাৰ ভাষাত সচৰাচৰ ব্যৱহৃত নহয়।

— খুড়া, আপুনি ঐক্যতা শব্দটো ভুল বুলি ক'লে। কিন্তু ঐক্যতান শব্দটো শুদ্ধ নে অশুদ্ধ ?

অকণে সুধিলে।

— এই বিষয়ে কওঁ শুন। এক-ঐক্য; কিন্তু একাত্ম-ঐকাত্ম্য, একতান-ঐকতান। ঐকতান মানে বহু বাদ্যৰ সমস্বৰতা (concert) । ঐক্যবদ্ধ তান— এনে অৰ্থত সমাস কৰি ঐক্যতান বুলিও লিখিব পাৰি। কিন্তু ঐক্যতান এটা সাধু শব্দ নহয়। তেনেদৰে 'একমতিত্ব'— এনে অৰ্থত আমি 'ঐক্যমত' বুলি সচৰাচৰ লিখোঁ,— যদিও সাধু শব্দটো হ'ল 'ঐকমত্য'হে।

— খুড়া, এতিয়া কওঁকচোন,— মই পঢ়া চিঠিখনত থকা 'সবিনয়পূৰ্বক' আৰু 'সাদৰেৰে' শব্দ দুটাত নো ভুল ক'ত ?

অকণে সুধিলে।

সহ, যুক্ত, পূৰ্ণ আদি অৰ্থ বুজাবলৈ আমি কোনো কোনো বিশেষ্যৰ সমুখত স বৰ্ণ যোগ দিওঁ। তেতিয়া শব্দটো বিশেষণলৈ ৰূপান্তৰিত হয়। উদাহৰণ— -

| বিশেষ্য | বিশেষণ | বিশেষ্য | বিশেষণ |
|---|---|---|---|
| বাক | সবাক | আদৰ | সাদৰ |
| আনন্দ | সানন্দ | জল | সজল |
| বিনয় | সবিনয় | ৰস | সৰস |

এনে এটা বিশেষণ লগাই এটা বাক্য গঢ়াচোন।

— 'তেওঁ মোক সাদৰ সম্ভাষণ জনালে।'

অলপ ভাবি অকণে ক'লে।

— ঠিক কৈছ। কেতিয়াবা আমি এই বিশেষ্যবিলাক ক্ৰিয়া - বিশেষণ ৰূপেও ব্যৱহাৰ কৰোঁ; যেনে— 'তেওঁ মোক সাদৰে সম্ভাষণ জনালে'; বা 'তেওঁ সপৰিবাৰে মোৰ ঘৰলৈ আহিল'। 'তেওঁ সাদৰেৰে সম্ভাষণ জনালে'; বা তেওঁ সপৰিবাৰেৰে মোৰ ওচৰলৈ আহিল'— এনেকৈ কোৱা বা লিখা অনুচিত।

এইখিনিতে দুটামান কথা তোক কৈ থওঁ। বিশেষ্য পদক স-বৰ্ণেৰে বিশেষণ কৰিলে সাধিত শব্দটোত কেতিয়াবা আকৌ 'ক' নামৰ এটা প্ৰত্যয়যুক্ত হয়। যেনে— পত্নীসহ-সপত্নীক, ভ্ৰাতৃসহ-সভ্ৰাতৃক। মনত ৰাখিবি— 'তেওঁ সপৰিবাৰে মোৰ ঘৰলৈ আহিল'; কিন্তু 'তেওঁ সপত্নীক মোৰ ঘৰলৈ আহিল।'

কেতিয়াবা আকৌ আ-কাৰান্ত বিশেষ্যত স-বৰ্ণ যোগ কৰিলে সাধিত শব্দত আ-কাৰডাল লোপ পায়। যেনে— কৰুণা, কিন্তু সকৰুণ; দয়া, কিন্তু সদয়; চেতনা, কিন্তু সচেতন।

— খুড়া, সক্ষম, সক্ষমতা, সজাগ, সজাগতা— এই শব্দবিলাক শুদ্ধনে ?

অকণে সুধিলে।

— 'সক্ষম' আৰু 'সজাগ' শব্দ দুটা তৎসম শব্দ নহয়; এই দুটা সংস্কৃতৰ 'সংক্ষম' আৰু 'সজাগৰ' শব্দৰ অপভ্ৰংশ। আমি 'সক্ষমতা' আৰু 'সজাগতা' লিখোঁ; কিন্তু শব্দ দুটাক তৎসম শব্দ বুলি নাভাবিবি। তেনেদৰে আমি লিখোঁ— চেতনা সম্পন্নতা অৰ্থত সচেতনতা, ৰসপূৰ্ণতা অৰ্থত সৰসতা, ফল লাভকৰণ অৰ্থত সফলতা, ইত্যাদি। আদৰ্শ সংস্কৃত অভিধানবোৰত এনে ধৰণৰ শব্দ নাই। তথাপি এনেবোৰ শব্দক আমি গ্ৰহণ কৰিব লাগিব। সক্ষমতা, সজাগতা অসাধু শব্দ, কিন্তু অশুদ্ধ নহয়।

— খুড়া, সবিনযপূৰ্বক শব্দটোৰ ভুল ক'ত ?

অকণে পুনৰ সুধিলে।

- বিনয়পূৰ্বক মানে বিনয়সহ, অৰ্থাৎ সবিনয়। গতিকে 'সবিনয়পূৰ্বক' শব্দটো ভুল। লিখিব লাগিব হয় বিনয়পূৰ্বক, নহয় সবিনয়।

— বাৰু খুড়া, সকাতৰ, সকৃতজ্ঞ, সচঞ্চল— এনেবোৰ শব্দ শুদ্ধনে ?

ভুল। মই দেখোন তোক কৈছোঁৱেই, বিশেষ্য শব্দতহে স যোগ হয়; বিশেষণ শব্দত তাক যোগ কৰা নাযায। কাতৰ, কৃতজ্ঞ, চঞ্চল,— এইবোৰ বিশেষণ শব্দ। এনেবোৰত স যোগ দিলে ভুল হ'ব।

— কিন্তু খুড়া, 'সঠিক' শব্দটো। এইটোও তেনেহ'লে ভুল, কাৰণ 'ঠিক' এটা বিশেষণ শব্দ।

-- 'ঠিক' বিশেষণ সঁচা, কিন্তু ই তৎসম শব্দ নহয। তদুপৰি 'ঠিকেৰে সৈতে'— এনে অৰ্থত 'সঠিক' শব্দৰ ব্যৱহাৰ নাই; 'সম্পূৰ্ণ ঠিক'-- এই অৰ্থতহে ই ব্যৱহৃত হয। গতিকে 'সঠিক' শব্দ গ্ৰহণযোগ্য।

- কোনো শব্দত প্ৰয়োজনতকৈ অতিৰিক্ত বৰ্ণ বা শব্দ আমি ব্যৱহাৰ কৰাৰ আৰু উদাহৰণ আছে নেকি ?

অকণে সুধিলে।

— আছে, আৰু অনেক আছে। প্ৰথমেই মোৰ মনত পৰিছে তম (তমপ) প্ৰত্যয়টোৰ অপপ্ৰয়োগৰ কথা। তই নিশ্চয় জান, দুটাৰ মাজত এটাৰ উৎকৰ্ষ (বা অপকৰ্ষ) বুজাবলৈ কোনো বিশেষণ শব্দৰ চিন তৰ আৰু বহুৰ মাজত এটাৰ উৎকৰ্ষ (বা অপকৰ্ষ) বুজাবলৈ আমি তম প্ৰত্যয় ব্যৱহাৰ কৰোঁ। যেনে—

| ক্ষুদ্ৰ | ক্ষুদ্ৰতৰ | ক্ষুদ্ৰতম |
|---|---|---|
| উচ্চ | উচ্চতৰ | উচ্চতম |

কিন্তু সৰ্বাধিক বুজোৱা আন কিছুমান শব্দও আমাৰ ভাষাত আছে। যেনে— শ্ৰেষ্ঠ, জ্যেষ্ঠ। শ্ৰেষ্ঠ মানে হ'ল সকলোতকৈ উত্তম; সেইদৰে জ্যেষ্ঠ মানে হ'ল সকলোতকৈ বয়সিয়াল। কিন্তু আমি বহুতেই এনেবোৰ শব্দত তম প্ৰত্যয় অযথা প্ৰয়োগ কৰোঁ। যেনে— 'শংকৰদেৱ অসমৰ শ্ৰেষ্ঠতম পুৰুষ।' তম প্ৰত্যয় ভুলকৈ প্ৰযুক্ত হোৱা আন কেতবোৰ শব্দ হ'ল— গৰিষ্ঠ, কনিষ্ঠ, লঘিষ্ঠ, ইত্যাদি।

— খুড়া, শ্ৰেষ্ঠ, জ্যেষ্ঠ আদিৰ মানে যদি সকলোতকৈ উত্তম বা সকলোতকৈ বয়সিয়াল হয়, তেন্তে দুজনৰ ভিতৰত উত্তম বা দুজনৰ ভিতৰত বয়সিয়ালজনক

আমি কি বুলিম ?

— তই বুধিক ল'ৰা। এটা ভাল প্ৰশ্ন কৰিছ। তৰ আৰু তম-ৰ তুল্য আৰু দুটা সংস্কৃত প্ৰত্যয় আছে। সেই দুটাৰ নাম হ'ল ইয়স্ আৰু ইষ্ঠ। এই প্ৰত্যয় দুটা যোগ হ'লে শব্দবোৰ হয় এনে ধৰণৰ:

| | | |
|---|---|---|
| প্ৰশস্য | শ্ৰেয়ান্ | শ্ৰেষ্ঠ |
| বৃদ্ধ | বৰ্ষীয়ান, জ্যায়ান | বৰ্ষিষ্ঠ, জ্যেষ্ঠ |
| কণ | কণীয়ান্ | কনিষ্ঠ |
| লঘু | লঘীয়ান্ | লঘিষ্ঠ |
| গুৰু | গৰীয়ান্ | গৰিষ্ঠ |
| মহৎ | মহীয়ান | মহিষ্ঠ |

এইবোৰ স্ত্ৰীবাচক হ'লে আকৌ হয় এনে ধৰণৰ:

প্ৰশস্য-শ্ৰেয়সী-শ্ৰেষ্ঠা; মহতী-মহীয়সী-মহিষ্ঠা, ইত্যাদি।

এই শব্দাৱলীৰ ভিতৰত দুটাৰ মাজত তুলনামূলক শব্দবোৰ আমি কাচিৎহে ব্যৱহাৰ কৰোঁ, আৰু কৰিলেও ভুলকৈ। যেনে— 'জয়মতী অসমৰ এগৰাকী মহীয়সী নাৰী।' বাক্যটোত মহীয়সী-ৰ প্ৰয়োগ ভুল; কাৰণ ইযাত জয়মতীক কাৰো লগত তুলনা কৰা হোৱা নাই। তেনে ধৰণে আমি ভুলকৈ কওঁ, 'তেওঁ আত্মবলেৰে বলীয়ান', 'আমাৰ দেশ ঐতিহ্য গৌৰৱেৰে গৰীয়ান', ইত্যাদি। 'বৰ্ষীয়ান নেতাগৰাকীৰ অসুখৰ খবৰ ল'বলৈ গৈছিলো'— এনে ধৰণৰ এটা বাক্য আমাৰ এগৰাকী ধীমান ব্যক্তিয়েও অলপতে লিখা দেখা পাইছোঁ। ই 'বৰ্ষীয়ান' শব্দৰ অপপ্ৰয়োগ। বাক্য শ্ৰুতিমধুৰ কৰাৰ উদ্দেশ্যে বয়সিয়াল অৰ্থত বৰ্ষীয়ান, বলৱান অৰ্থত বলীয়ান বা মহান অৰ্থত মহীয়ান আদি শব্দ নিলিখাই যুগুত।

ইয়স্ প্ৰত্যয় ভুলকৈ যোগ কৰাৰ দৰে অতিশয় অৰ্থত বহুতে ইষ্ঠ প্ৰত্যয়ো কোনো কোনো শব্দত ভুলকৈ যোগ কৰে। যেনে, খুব বলী অৰ্থত কোৱা হয়; 'তেওঁ এজন বলিষ্ঠ পুৰুষ', বা খুব ভাল অৰ্থত কোৱা হয়; 'তেওঁ এগৰাকী শ্ৰেষ্ঠ মানৱ।' ইষ্ঠ প্ৰত্যয়ৰ এনে অপপ্ৰয়োগ নকৰাই ভাল।

— খুড়া, আপুনি ক'লে গুৰু— গৰীয়ান, মহৎ— মহীয়ান। কিন্তু আমি দেখোন গুৰুতৰ, মহত্তৰ আদি শব্দও কওঁ।

অকণে মন্তব্য কৰিলে।

— এইবোৰ শব্দও সমানে শুদ্ধ।

খুড়াই উত্তৰ দিলে আৰু ক'লে,

— এইখিনিতে 'গুৰুতৰ' আৰু 'ঘোৰতৰ' শব্দ দুটাৰ প্ৰয়োগ সম্পৰ্কে অলপ ক'বলগীয়া আছে। 'ৰামতকৈ হৰিৰ অপৰাধ গুৰুতৰ বা ঘোৰতৰ।' এইটো গুৰুতৰ, ঘোৰতৰ শব্দৰ সঠিক প্ৰয়োগ। কিন্তু আমি কেতিয়াবা এনেকৈয়ো কওঁ, 'মানৱহত্যা এটা গুৰুতৰ (বা ঘোৰতৰ) অপৰাধ।' এই বাক্যটোত তুলনামূলক অৰ্থত গুৰুতৰ (বা ঘোৰতৰ) শব্দটোৰ ব্যৱহাৰ হোৱা নাই। গতিকে ই তৰ প্ৰত্যয়ৰ এটা অপপ্ৰয়োগ।

এইখিনিতে তোক কওঁ জ্যেষ্ঠ, শ্ৰেষ্ঠ আদিৰ দৰে 'উৎকৃষ্ট' এটা সৰ্বাধিক্যসূচক

বিশেষণ। ইয়াৰ পিচতো তৰ, তম অপ্ৰযোজ্য।

— খুড়া, তৰ, তম-ৰ আলোচনা নিশ্চয় শেষ হ'ল ?

— নাই, শেষ হোৱা নাই। খুড়াই ক'লে,

— তম প্ৰত্যয়ৰ অপপ্ৰয়োগ সম্পৰ্কে আৰু অলপ কথা জানি থ। কোনো সংখ্যক অঙ্কবাচক (numerical) ৰূপৰ পৰা পূৰণবাচক (ordinal) ৰূপলৈ নিবলৈ আমি কেতিয়াবা অঙ্কবাচক ৰূপটোত তম (তমট) প্ৰত্যয় প্ৰয়োগ কৰোঁ। যেনে— বিংশতিতম অধিৱেশন, ত্ৰিংশত্তম বৰ্ষ।

— ত্ৰিংশত্তম-ত দুটা ত কিয়, খুড়া ?

— কাৰণ ত্ৰিশৰ সংস্কৃত ত্ৰিংশৎ।

| অসমীয়া অংকবাচক ৰূপ | সংস্কৃতৰ অঙ্কবাচক ৰূপ | সংস্কৃতৰ পূৰণবাচক ৰূপ |
| --- | --- | --- |
| বিশ | বিংশতি | বিংশতিতম |
| ত্ৰিশ | ত্ৰিংশৎ | ত্ৰিংশত্তম |
| চল্লিশ | চত্বাৰিংশৎ | চত্বাৰিশত্তম |
| পঞ্চাশ | পঞ্চাশৎ | পঞ্চাশত্তম |
| ষাঠি | ষষ্ঠি | ষষ্ঠিতম |
| সত্তৰ | সপ্ততি | সপ্ততিতম |
| আশী | অশীতি | অশীতিতম |
| নব্বৈ | নৱতি | নৱতিতম |
| এশ | একশত | একশততিত |

এইখিনিতে জানি থ: উনৈশৰ পৰা পঞ্চাশলৈকে— এই সংখ্যাকেইটাৰ সংস্কৃতত আৰু একোটা ক্ৰমবাচক ৰূপ আছে। যেনে— উনবিংশ, বিংশ, ত্ৰিংশ, চত্বাবিংশ, পঞ্চাশ। এইবোৰৰ অসমীয়া ৰূপ উনৈশ, বিশ, ... পঞ্চাশ। কিন্তু এইবিলাকক আমি অঙ্কবাচক ৰূপ হিচাপেহে ব্যৱহাৰ কৰোঁ।

আৰু এটা কথা কওঁ। যিবোৰ সংখ্যা ইতিমধ্যে পূৰণবাচক, যেনে— চতুৰ্থ, ষষ্ঠ, ইত্যাদি, সেইবোৰতো কোনো কোনোৱে তম প্ৰত্যয় যোগ দিয়ে; যেনে— 'ষষ্ঠ অধিৱেশন' বুলি নিলিখি লিখে 'ষষ্ঠতম অধিৱেশন'। এইবোৰ বাহুল্যজনিত ভুল। বহুতে আকৌ 'ষষ্ঠতম'তে ক্ষান্ত নাথাকি 'ষষ্ঠতম্' বুলি লিখে; কিন্তু মনত ৰাখিবি তম্ নহয়, তমহে।

— আমাৰ ভাষাত অঙ্কবাচক শব্দৰ পূৰণবাচক ৰূপ নাই নেকি খুড়া ?

অকণে সুধিলে।

— নাই বুলি সাধাৰণতে কোৱা হয়। কিন্তু বিশতম, ত্ৰিশতম, একচল্লিশতম— এনেদৰে কোৱাৰ আৰু লিখাৰ অভ্যাস কৰি ক্ৰমবাচক ৰূপ গঢ়ি ল'ব পাৰি। বিশ, ত্ৰিশ আদি তদ্ভৱ শব্দৰ পিচত সংস্কৃতৰ তম প্ৰত্যয়ৰ যোগত কোনো কোনোৱে আপত্তি তুলিব পাৰে। কিন্তু অ-তৎসম শব্দৰ পিচত সংস্কৃত প্ৰত্যয় যোগ কৰাৰ উদাহৰণ আমাৰ ভাষাত নোহোৱা নহয়; যেনে— হিন্দুত্ব, অসমীয়াত্ব, জাকজমকতা, সক্ষমতা, সজাগতা, শিহৰিত্ত, ইত্যাদি। এনেবোৰ শব্দ চলিছে যেতিয়া, বিশতম,

ত্ৰিশতম আদি শব্দবোৰো চলিবলৈ দিয়া উচিত। কাৰণ সংস্কৃতৰ পূৰণবাচক ৰূপবোৰ টান আৰু সহজে নুবুজা ধৰণৰ। দৃষ্টান্তৰূপে, চতুশ্চত্বাৰিংশত্তম শব্দটোকে ধৰ। ই এটা দাঁত ভঙা শব্দ। গতিকে এইবুলি নকৈ চৌৰাল্লিশতম বুলি কোৱাৰ আৰু লিখাৰ অভ্যাস কৰাহে ভাল। তেনেদৰে পয়ত্ৰিশতম, ছয়ত্ৰিশতম, সাতষষ্ঠিতম, ইত্যাদি।

— খুড়া, বাহুল্যজনিত ভুল আৰু কিবা আছেনে ?

— আছে। বাহুল্যজনত ভুল আমাৰ ভাষাত অজস্ৰ। কেইটামান বাক্য পঢ়োঁ। তই শুন।

এইবুলি খুড়াই তলৰ বাক্যকেইটা পঢ়িলে,

বাইজসকল, আজিৰ যুৱকসকলৰ কাৰ্য-কলাপবিলাক আপোনালোক সকলোৱে লক্ষ্য কৰিছে। বিবিধ প্ৰকাৰ মাদক দ্ৰব্যত তেওঁলোক আসক্ত। মাদক দ্ৰব্যৰ সমতুল্য অনিষ্টকাৰী বস্তু এই পৃথিৱীত নাই। নিচাশক্তিয়ে ইতিমধ্যেই তেওঁলোকৰ যথেষ্ট ক্ষতিসাধন কৰিছে। এই বদ্ অভ্যাস এৰি সদ্ অভ্যাসবিলাক আয়ত্তাধীন কৰিবলৈ আমি তেওঁলোকক অহোৰাত্ৰি উপদেশ দি আহিছোঁ। তথাপিও তেওঁলোকে নিচাশক্তি এৰা নাই। ইয়াৰ ফলশ্ৰুতি কি— তেওঁলোকে নাজানে, আমি জানো। নিজৰ অশ্ৰুজলৰ অতলস্পৰ্শী সমুদ্ৰত তেওঁলোক এদিন ডুবি মৰিব। সেয়েহে কৈছোঁ, কেৱল মাত্ৰ উপদেশে কাম নিদিয়ে, আমি আইনৰ সহায়ো ল'ব লাগিব। মই ভাঁবোঁ, আমি কৰা এই আইনখনে মাদক দ্ৰব্য নিবাৰণৰ ক্ষেত্ৰত আমাৰ ৰাজ্যত ৰচনা কৰিব এক সুদৃঢ় পদক্ষেপ। এই আইনৰ ফলত নিচাসক্ত যুৱকসকলে আইনৰ চকুত ফাকি দিব নোৱাৰা হ'ব আৰু উপায়ান্তৰ হৈ মাদক -দ্ৰব্য এৰিবলৈ বাধ্য হ'ব।

— বাক্যকেইটাত কিবা খেলিমেলি পাইছনে ?

খুড়াই সুধিলে।

— খুড়া, বাক্যকেইটা বেছ শুৱলা হৈছে। পিছে, খেলিমেলিবোৰ নো ক'ত ?

— বাক্যকেইটাত ভালেমান খেলিমেলি আছে। এইবোৰ মই এটা এটাকৈ কৈ যাওঁ শুন:

বাইজসকল— বাইজ এটা বহুবাচনিক শব্দ। ইয়াক 'সকল' শব্দ প্ৰয়োজন-অতিৰিক্ত।

কাৰ্য-কলাপবিলাক— 'কলাপ' শব্দৰ অৰ্থ বিলাক। গতিকে কলাপৰ পিচত আৰু বিলাক নালাগে। এনেধৰণৰ আৰু এটা শব্দ হ'ল 'ৰচনাৱলীসমূহ'। আৱলী মানেই সমূহ। গতিকে লিখা উচিত ৰচনাৱলী বা ৰচনাসমূহ। অৱশে 'অসমৰ প্ৰসিদ্ধ লেখকসকলৰ ৰচনাৱলীসমূহ তেখেতৰ পুথিভঁৰালত আছে।'— এনে বাক্যত 'ৰচনাৱলীসমূহ' প্ৰযোজ্য।

লক্ষ— শব্দটো হোৱা উচিত 'লক্ষ্য'। এইবিষয়ে তোক ইতিমধ্যে কৈছোঁ। (পঞ্চম পাঠ দ্ৰষ্টব্য)।

বিবিধ প্ৰকাৰ— 'বিবিধ' শব্দৰ অৰ্থ নানাবিধ, বহু প্ৰকাৰৰ। গতিকে লিখিব লাগে হয় বিবিধ, নহয় বহু প্ৰকাৰৰ।

সমতুল্য— হোৱা উচিত হয় সমান, নহয় তুল্য।

— কিন্তু খুড়া, স্বয়ং শংকৰদেৱেই দেখোন লিখি গৈছে, 'দাতাত চোৰত যেন দৃষ্টি সমতুল'।

অকণে মাজতে মাত লগালে।

— শব্দটো বহু প্ৰচলিত হ'লেও ই প্ৰকৃততে এটা অসাধু শব্দ।

এইবুলি খুড়াই কৈ গ'ল,

যথেষ্ট ক্ষতিসাধন— যথেষ্ট শব্দৰ অৰ্থ হ'ল যথা ইপ্সিত, অৰ্থাৎ যিমান ইচ্ছা কৰা হৈছিল, সিমান। 'এইখিনি ধনেই মোৰ বাবে যথেষ্ট'। এইটো যথেষ্ট শব্দৰ শুদ্ধ প্ৰয়োগ। কিন্তু বহুত, প্ৰচুৰ অতিশয় আদি অৰ্থত এই শব্দ ব্যৱহাৰ নকৰাই ভাল।

আয়ত্তাধীন— আয়ত্ত কৰাৰ মানে হ'ল অধীন কৰা। গতিকে আমি লিখা উচিত হয় আয়ত্ত কৰা, নহয় অধীন কৰা।

অহোৰাত্ৰি— এইটো সমাসৰ ভুল। সংস্কৃতত অহঃ মানে দিন আৰু ৰাত্ৰি মানে ৰাতি। কিন্তু দিনে ৰাতিয়ে— এই অৰ্থত ব্যৱহাৰ্য অহোৰাত্ৰ, অহোৰাত্ৰি নহয়। তেনেকৈ দিৱাৰাত্ৰ (দিৱাৰাত্ৰি নহয়). অহৰ্নিশ (অহৰ্নিশি নহয়), ঋতুৰাজ (ঋতুৰাজা নহয়)।

— খুড়া, 'মহাৰাজ' শব্দ ব্যৱহাৰ্যনে ?

অকণে শুধিলে।

— 'মহাৰাজা'ৰ সলনি আমি ব্যৱহাৰ কৰা উচিত 'মহাৰাজ।' অৱশ্যে 'মহাৰজা' শব্দও আমি ব্যৱহাৰ কৰিব পাৰোঁ।

তথাপিও— অপি শব্দৰ অৰ্থ হ'ল ও, ইংৰাজীত also। গতিকে তথাপিও, কদাপিও, যদ্যপিও আদি শব্দবিলাকত ও অপ্ৰয়োজনীয়।

— খুড়া, অকণে মাজতে মাত লগালে,

— 'তথাপিতো' শুদ্ধ নে অশুদ্ধ ?

— গীত বা কবিতাত ছন্দ মিলাবৰ বাবে শব্দটো হয়তো চলাব পাৰি, কিন্তু গদ্যত এনে শব্দ পৰিহাৰ কৰাই বাঞ্ছনীয়।

ফলশ্ৰুতি— নাভূত নহ'লেও এই নাশ্ৰুত শব্দটো অলপতে বাংলা ভাষাৰ পৰা আমাৰ ভাষালৈ আমদানি হৈছে। সহজলভ্য সংস্কৃত- ইংৰাজী অভিধানত (যেনে— ছাত্ৰ- ছাত্ৰীৰ বাবে লিখা বি এছ আপ্তেৰ অভিধানত) এই শব্দ নাই। এনেকি মনিয়েৰ উইলিয়াম্‌চে লিখা প্ৰকাণ্ড অভিধানখনতো এই শব্দটো পোৱা নাযায়। শব্দটোৰ অৰ্থ হ'ল— কোনো কাম কৰিলে যি ফল পোৱা যায়, তাৰ শ্ৰৱণ। এই শব্দটো আমাৰ ভাষাত বাংলা ভাষাৰ কু প্ৰভাৱৰ এটা নিদৰ্শন। ফলশ্ৰুতি শব্দ পৰিহাৰ কৰি আমি ফল বা পৰিণাম লিখা উচিত।

অশ্ৰুজল— অশ্ৰু মানেই চকুপানী। ইয়াত জল এটা প্ৰয়োজনাধিক শব্দ।

অতলস্পৰ্শী— শব্দটো হ'ব লাগিছিল 'অতলস্পৰ্শ'। আকাশস্পৰ্শী, মৰ্মস্পৰ্শী, তলস্পৰ্শী; কিন্তু অতলস্পৰ্শ। এনে হোৱাৰ কাৰণ অলপ বহলাই কওঁ শুনঃ

'নঞৰ্থক বহুব্ৰীহি' নামৰ এবিধ সমাসেৰে কোনো শব্দক কেতিয়াবা নঞৰ্থক কৰা হয়। তেতিয়া সমস্ত পদটো বিশেষণ হ'লেও সমস্যমান পদটোৱে বিশেষণ ৰূপ এৰে; সমস্ত পদটোৰ সমুখত নিঃ বা অ বহে আৰু পদটো পুংলিঙ্গাৰ্থত সদায়

অ-কাৰান্ত হয়। যেনে—
ধনী, কিন্তু নির্ধন (ধন নাই যাৰ); দোষী, কিন্তু নির্দোষ (দোষ নাই যাৰ); আশ্ৰয়ী, কিন্তু অনাশ্ৰয় (আশ্ৰয় নাই যাৰ); নাথৱান, কিন্তু অনাথ (নাথ নাই যাৰ)।

ঠিক একেদৰে তলস্পৰ্শী, কিন্তু অতলস্পৰ্শ (তল স্পৰ্শ কৰিব নোৱাৰি যাৰ)।

কোনো শব্দত দুঃ উপসৰ্গৰ প্ৰয়োগো অনুৰূপ। উদাহৰণ—

বিনয়ী, কিন্তু দুৰ্বিনয় — বলী, কিন্তু দুৰ্বল
সহনীয়, কিন্তু দুঃসহ — বহনীয়, কিন্তু দুৰ্বহ
গম্য, কিন্তু দুৰ্গম — অতিক্ৰম্য, কিন্তু দুৰতিক্ৰম

অৱশ্যে বিশেষণ পদৰ আগতো দুঃ উপসৰ্গ আৰু নঞৰ্থক অ বৰ্ণ বহে। যেনে— দুৰ্বোধ্য, দুঃসাধ্য, দুৰ্জেয়, অবোধ্য, অসাধ্য, অজেয়।

আগৰ কথালৈ আহোঁ। 'নঞ তৎপুৰুষ' নামৰ এবিধ সমাসৰ দ্বাৰাও কোনো শব্দ কেতিয়াবা নঞৰ্থক কৰা হয়। তেতিয়া সমস্ত পদটোৰ সমুখত অ, অন্ (অসমীয়া অনা) বা ন বহে; সমস্যমান পদটো বিশেষ্য- বিশেষণ যিকোনো ৰূপতে থাকিব পাৰে আৰু সমস্ত পদ অ-কাৰান্ত নহ'বও পাৰে। উদাহৰণ—

অহিন্দু (যি হিন্দু নহয়) — অসাধু (যি সাধু নহয়)
অনেক (যি এক নহয়) — অনাৱশ্যক (যি আৱশ্যক নহয়)
অনা-অসমীয়া (যি অসমীয়া নহয) — অনা-ইহুদী (যি ইহুদী নহয়)
নগণ্য (যি গণ্য নহয়) — নাতিদূৰ (যি অতিদূৰ নহয)

এইখিনিতে এটা শব্দ মনলৈ আহিছে। শব্দটো হ'ল 'অনটন'। ন + অটন = অনটন; যেনেকৈ ন + অশন = অনশন। কিন্তু আমি লিখোঁ 'অনাটন'। 'অনাটন' এটা বহু প্ৰচলিত ভুল শব্দ।

মনত পৰোঁতেই আৰু এটা কথা উনুকিয়াই থওঁ। কোনো বাক্য নঞৰ্থক কৰিবলৈ আমি ক্ৰিয়াপদৰ আগত কেতিয়াবা ন বহুৱাওঁ। ক্ৰিয়াপদৰ আদ্য ব্যঞ্জনত যি স্বৰবৰ্ণ থাকে, ন-তো তেনে স্বৰবৰ্ণ যোগ হয। যেনে— নবহোঁ, নাযাওঁ, নিকিনো, নেমেলো, নোখোলো, ইত্যাদি। ক্ৰিয়াপদৰ আদ্য ব্যঞ্জন আ-কাৰান্ত হ'লেও বহুতে ন-ত এ-কাৰ দিয়ে, যেনে নেখাওঁ, নেযাওঁ। উজনি অসমৰ কথিত ভাষাত এনে উচ্চাৰণ থাকিলেও লিখোঁতে এনে শব্দ ব্যৱহাৰ নকৰিবি।

অৱশ্যে মূলত আ-কাৰ থকা কিছুমান শব্দ এ-কাৰ হৈ আমাৰ ভাষাত সোমাইছে। যেনে, বে + লাগ— বেলেগ, বে-চাৰা— বেচেৰা। এই শব্দবোৰত এ-কাৰেই লিখিব লাগিব।

**কেৱলমাত্ৰ**— কেৱল মানেই মাত্ৰ। গতিকে হয় কেৱল, নহয় মাত্ৰ।

**পদক্ষেপ ৰচনা**— পদক্ষেপ সাধাৰণতে ৰচনা নকৰে, পদক্ষেপ দিয়ে বা পদ ক্ষেপণ কৰে। বাক্যটো লিখা উচিত আছিল এনেকৈ, 'এই আইনখন হ'ব ... এক সুদৃঢ় পদক্ষেপ।'

**আইনৰ সহায়**— সহায় আৰু সাহায্য— দুয়োটা শব্দ সমাৰ্থক বুলি আমি ভাবোঁ। কিন্তু প্ৰকৃততে দুয়োটাই একে অৰ্থ নুসূচায়। সহায় শব্দৰ অৰ্থ হ'ল— যি সহায়তা

বা সাহায্য কৰে, অৰ্থাৎ সাহায্যকাৰী। যেনে— 'ঈশ্বৰ মোৰ সহায়।' গতিকে সাহায্য অৰ্থত 'সহায়' শব্দ ব্যৱহাৰ নকৰাই ভাল। আচলতে আমি আইনৰ সাহায্য বা সহায়তা লওঁ, সহায় নলওঁ; এখন পদ্মশালি সাহায্যপ্ৰাপ্ত হয়, 'সহায়প্ৰাপ্ত' নহয়। মন কৰিছ নিশ্চয়, বহুতো আকৌ সাহায্য-ৰ য-ৰ ওপৰত এডাল ৰেফ্ দি শব্দটো 'সাহাৰ্য' কৰে।

সাহায্য অৰ্থত 'সহায়'ৰ প্ৰয়োগ ভুল হ'লেও এই অৰ্থত ইয়াৰ প্ৰয়োগ আমাৰ ভাষাত ইমান বেছি যে, সহায় আৰু সাহায্য সমাৰ্থক বুলি বহু ক্ষেত্ৰত আমি স্বীকাৰ কৰি ল'ব লাগিব।

— খুড়া, সহায়ক শব্দটো শুদ্ধনে ?

অকণে সুধিলে।

— শুদ্ধ। সংস্কৃতত ক(কন) নামৰ এটা প্ৰত্যয় আছে। প্ৰাতিপদিকৰ পিচত ইয়াক যোগ কৰা হয় আৰু তেনে কৰিলে শব্দটোৰ অৰ্থৰ কোনো সলনি নঘটে। যেনে, বাল— বালক, হেতু— হেতুক, পঞ্চ— পঞ্চক, দত্ত— দত্তক। ঠিক সেইদৰে, সহায়— সহায়ক। সহায়ক মানে সাহায্যকাৰী।

এইখিনিতে জানি থ। সংস্কৃতত অক শ্ৰেণীৰ (বুন, ষ্বুল ইত্যাদি)। কিছুমান প্ৰত্যয়ো আছে। কৰোঁতা অৰ্থত কোনো ধাতু বা প্ৰাতিপদিকৰ পিচত এই প্ৰত্যয় যোগ কৰা হয় আৰু তেতিয়া সাধিত শব্দৰ শেষত ক আহে। যেনে— কৃষিকৰ্ম কৰোঁতা= কৃষক, শিক্ষাদান দিওঁতা= শিক্ষক, জন্ম দিওঁতা = জনক, ইত্যাদি। ক আৰু অক— দুয়ো একেবিধৰ প্ৰত্যয় বুলি নাভাবিবি।

আইনৰ চকুৰ ফাকি— আইনক ফাকি দিয়ে; খুব বেছি আইনৰ চকুত ধূলি দিয়ে। কোনেও আইনৰ চকুত ফাকি দিব নোৱাৰে।

উপায়ান্তৰ হৈ— উপায়ান্তৰ মানে অন্য উপায়। গতিকে হ'ব লাগিছিল 'উপায়ান্তৰহীন' হৈ।

— খুড়া, আপোনাৰ কথাৰ পৰা যি বুজিছোঁ, প্ৰয়োজনীয়তা নথকা সত্ত্বেও কিছুমান শব্দ বা প্ৰত্যয় কোনো শব্দত অযথা জোৰা দি শুৱলা অথচ বিভ্ৰান্তিকৰ শব্দ গঠন কৰাৰ বিলাসিতা আমাৰ বেছ আছে।

অকণে মন্তব্য কৰিলে।

— আছে বুলি তই দেখোন নিজেই প্ৰমাণ কৰিলি। তই কোৱা বাক্যটো ভালকৈ মন কৰ—

(১) 'যি বুজিছোঁ' বুলি কোৱাৰ দৰকাৰ নাই; 'বুজিছোঁ' বুলিলেই যথেষ্ট। 'যি বুজিছোঁ' ইংৰাজী বাক্য- বিন্যাসৰ নকল।

(২) তই 'প্ৰয়োজনীয়তা' বুলি নকৈ 'প্ৰয়োজন' বুলি ক'লেই যথেষ্ট হ'লহেঁতেন। 'প্ৰযোজন'— ইয়াৰ বিশেষণ 'প্ৰয়োজনীয়'। ইয়াত পুনৰ তা প্ৰত্যয় যোগ দি প্ৰয়োজন অৰ্থতে 'প্ৰয়োজনীয়তা' কৰা অনাৱশ্যক।

অনাৱশ্যক বোলোতে 'আৱশ্যক' শব্দটোৰ কথা মনলৈ আহিছে। এই শব্দটো বিশেষণ আৰু বিশেষ্য— দুয়ো ধৰণেই ব্যৱহৃত হয়। বিশেষণ হিচাপে ব্যৱহাৰ কৰিলে

তাৰ বিশেষ্য হ'ল 'আৱশ্যকতা'; আৰু বিশেষ্য হিচাপে ব্যৱহাৰ কৰিলে তাৰ বিশেষণ হ'ল 'আৱশ্যকীয়।' 'আৱশ্যকীয়তা' এটা বাহুল্যদুষ্ট শব্দ।

সম্প্ৰতি খুবকৈ প্ৰচলিত হোৱা আন এটা বাহুল্যদুষ্ট শব্দও মোৰ মনত পৰিছে। সেইটো হ'ল 'সম্ভাৱনীয়তা।' সম্ভৱ এটা বিশেষণ শব্দ। ইয়াৰ বিশেষ্য হ'ল 'সম্ভাৱনা।' কিন্তু আজিকালি সম্ভাৱনাৰ সলনি 'সম্ভাৱনীয়তা' লিখি সকলোৱে শব্দটো 'শুৱলা' কৰিব খোজে।

আৰু এটা শব্দৰ কথা কওঁ। 'বাহ্য' এটা বিশেষণ শব্দ। দৰাচলতে ইয়াৰ কোনো বিশেষ্য ৰূপ নাই (যেনেকৈ ইংৰাজী external শব্দটোৰ কোনো বিশেষ্য নাই।) কোনোবাই যদি অগত্যা এটা বিশেষ্য পদ গঢ়িব খোজেও, তেন্তে সি হ'ব 'বাহ্যতা।' কিন্তু আমাৰ বহুতো বাহ্য শব্দত ষ্ণিক প্ৰত্যয় যোগ দি বিশেষণকে পুনৰ বিশেষণ কৰে ('বাহ্যিক')। পিচত তাত তা প্ৰত্যয় যোগ দি শব্দটো বিশেষ্যলৈ আনে ('বাহ্যিকতা')। 'বাহ্যিকতা' এটা অতিশয় বাহুল্যদুষ্ট শব্দ।

(৩) তই কোৱা বাক্যটোত 'প্ৰয়োজনীয়তা'ৰ উপৰিও আৰু এটা বাহুল্যদুষ্ট শব্দ আছে। সেইটো হ'ল 'বিলাসিতা'। বিলাস এটা বিশেষ্য শব্দ; ইয়াৰ বিশেষণ 'বিলাসী'। বিলাস বিশেষ্যটো যিহেতু আছেই, গতিকে 'বিলাসী' (বিলাসিন্)-ত পুনৰ তা প্ৰত্যয় যোগ দি বিলাস অৰ্থতে বিলাসিতা লিখা নিষ্প্ৰয়োজন।

— প্ৰয়োজনীয়তা, বিলাসিতা আদি শব্দবিলাক ভুল নেকি, খুড়া?

অকণে সুধিলে।

-- ভুল বুলি ক'ব নোৱাৰি। বাহ্যাড়ম্বৰ অৰ্থত বাহ্যতা, বিলাসী স্বভাৱ অৰ্থত বিলাসিতা, প্ৰয়োজনীয় গুণ অৰ্থত প্ৰয়োজনীয়তা শব্দৰ ব্যৱহাৰ মানি ল'ব পাৰি। তথাপি কোনো এটা বিশেষ্যক বিশেষণলৈ নি তাক পুনৰ একে অৰ্থসূচক বিশেষ্য যিমান পাৰি নকৰাই ভাল। ই বাহুল্যপ্ৰীতিৰ লক্ষণ। বিশেষকৈ আৱশ্যকতাৰ সলনি আৱশ্যকীয়তা, সম্ভাৱনাৰ সলনি সম্ভাৱনীয়তা, মানৱতাৰ সলনি মানৱিকতা, বাস্তৱতাৰ সলনি বাস্তৱিকতা, বস্তুনিষ্ঠাৰ সলনি বস্তুনিষ্ঠতা আমি নিলিখাই যুগুত। মূল বিশেষ্য আৰু তা প্ৰত্যয়ান্ত বিশেষ্যই সুকীয়া অৰ্থ সূচালেহে আমি বিশেষ্য— বিশেষণ— বিশেষ্য, — এই প্ৰক্ৰিয়াৰ মাজেদি যোৱা উচিত। যেনে—

| | | |
|---|---|---|
| ধৰ্ম | ধাৰ্মিক | ধাৰ্মিকতা |
| ঈশ্বৰ | ঐশ্বৰিক | ঐশ্বৰিকতা |
| ন্যায় | ন্যায্য | ন্যায্যতা |
| বস্তু | বাস্তৱ | বাস্তৱতা |

ইয়াত ধৰ্ম, ধাৰ্মিকতা; ঈশ্বৰ, ঐশ্বৰিকতা; ন্যায়, ন্যায্যতা; বস্তু, বাস্তৱতা একে অৰ্থসূচক নহয়।

বাস্তৱ বোলোতে এটা কথা মনত পৰিছে। 'বাস্তৱ' শব্দটো বিশেষণ; কিন্তু কেতিয়াবা আমি ইয়াক বিশেষ্য ৰূপেও ব্যৱহাৰ কৰোঁ। যেনে— 'বাস্তৱৰ পৰা আঁতৰি কল্পনাৰ জগতত আমি বাস কৰা অনুচিত।' কিন্তু এনে বাক্যত 'বাস্তৱতা' লিখাহে যুক্তিসংগত। তেনেদৰে 'অধীন' শব্দটো। আমি কওঁ, 'চীনা চৰকাৰে তিব্বতক

নিজৰ অধীনলৈ আনিলে।' অধীন এটা বিশেষণ। গতিকে 'অধীনলৈ আনিলে' বুলি কোৱাতকৈ আমি 'অধীন কৰিলে' বুলি কোৱাহে যুগুত। সেইদৰে 'মই তেওঁৰ অধীনত কাম কৰোঁ' বুলি কোৱাতকৈ আমি কোৱা উচিত 'মই তেওঁৰ তলত কাম কৰোঁ।' 'অধীন' এটা বিশেষ্য শব্দ বুলি ভাবি বহুতে 'অধীনস্থ' বুলি এটা শব্দ ব্যৱহাৰ কৰে। কিন্তু শুদ্ধ শব্দ 'অধস্তন'হে, বা আৰু সৰলভাৱে ক'ব লাগিলে, 'তলতীয়া।'

তই নিশ্চয় মন কৰিছ, কোনো কোনো শব্দত এফালে যেনেকৈ তা প্ৰত্যয় অযথা যোগ কৰা হয়, আনফালে তেনেকৈ কোনো শব্দত অ প্ৰত্যয়ৰ প্ৰয়োজন থাকিলেও তাক শব্দটোত প্ৰয়োগ কৰা নহয়। সহায়তা অৰ্থত 'সহায়' বা অধীনতা অৰ্থত 'অধীন' লিখাৰ কথা তোক ইতিমধ্যে কৈছোঁৱেই। তোক এনে এটা বহু প্ৰচলিত ভুল শব্দৰ কথা কওঁ। সেইটো হ'ল 'স্বাধীনোত্তৰ'। উত্তৰ শব্দটো লগ লাগে সদায় বিশেষ্যৰ পিচত; যেনে— স্বৰাজোত্তৰ, যৌৱনোত্তৰ, পঞ্চাশোত্তৰ, ইত্যাদি। সেইদৰে 'স্বাধীনতা- উত্তৰ' বা 'উত্তৰ- স্বাধীনতা'। পৰিতাপৰ কথা, 'স্বাধীনোত্তৰ' শব্দটো ডাঙৰ ডাঙৰ লেখকসকলেও আজিকালি লিখিবলৈ লৈছে।

– খুড়া, আমি এনে ধৰণে ভুলকৈ ব্যৱহাৰ কৰা আৰু শব্দ আছেনে?

অকণে সুধিলে।

--- আছে। এনে ধৰণৰ ভুল আমি খুব কৰোঁ। বাৰু এই বাক্যকেইটা মন কৰ।

এই বুলি খুড়াই তলত দিয়া বাক্যকেইটা পঢ়িলে,

জনৈক হৰি আৰু মধুৱে তেওঁলোকৰ ৰচনাত ব্যৱহাৰ কৰা এক অন্যতম শব্দ হ'ল 'সম্ভাৱনীয়তা'। শব্দটো শুনাত বেছ শ্ৰুতিমধুৰ। আপাতদৃষ্টিৰে চালে ই এনেকি অৰ্থপূৰ্ণও। কিন্তু অতিশয় সুস্পষ্ট অৰ্থ থকা যেন লাগিলেও দৰাচলতে এই শব্দটোৰ নিজস্ব স্বকীয় অৰ্থ নাই। দশমমান শ্ৰেণীৰ ছাত্ৰয়ো জানে, এনে ধৰণৰ শব্দ বৰ্ণ বিভ্ৰাট ঘটি থাকিলে আমাৰ ভাষাৰ উন্নতিতো নহয়েই, বৰং অধোন্নতি হোৱাৰহে সম্ভাৱনা।

-- এই বাক্যকেইটাৰ প্ৰতিটোৱেই বাহুল্যজনিত ভুলেৰে ভৰা। ভুলবিলাক ক'ত তোক কওঁ শুনঃ

জনৈক হৰি আৰু মধুৱে— জনৈক মানে কোনোবা এজন। গতিকে বাক্যাংশটোত জনৈক শব্দৰ প্ৰয়োগ ভুল।

এক অন্যতম— অন্যতম শব্দটোৰ অৰ্থ বহুতে 'প্ৰধান' বুলি ভাবে। ইয়াৰ অৰ্থ আচলতে 'বহুৰ মাজত এক।' গতিকে 'এক অন্যতম'ত 'এক' এটা অপ্ৰয়োজনীয় শব্দ।

— খুড়া, দুজনৰ মাজত এক হ'লে নিশ্চয় 'অন্যতৰ' হ'ব।

অকণে মন্তব্য কৰিলে।

— ঠিক ধৰিছ। গতিকে 'দুজনীয়া সমিতিটোৰ হৰি অন্যতম সদস্য'— এনেদৰে ক'লে ভুল হ'ব। এনে বাক্যত আমি 'অন্যতৰ' লিখিব লাগিব।

শুনাত শ্ৰুতিমধুৰ— শ্ৰুতি মানেই শুনা। গতিকে হয় 'শুনাত মধুৰ',

**নহয় 'শ্ৰুতিমধুৰ'।**
**আপাত দৃষ্টিৰে চালে— কোনো বস্তু দৃষ্টিৰে নাচায়। গতিকে হয় 'আপাত দৃষ্টিত', নহয় 'ওপৰে ওপৰে চালে।'**
**অতিশয় সুস্পষ্ট— সুস্পষ্ট মানে ভালকৈ স্পষ্ট। গতিকে হয় 'অতিশয় স্পষ্ট', নহয় 'সুস্পষ্ট'।** তেনে ধৰণে 'নিচেই নগণ্য'। **ইয়াত** 'নিচেই' এটা অতিশয়োক্তি।
**নিজস্ব স্বকীয়—** নিজস্ব নিজেই এটা বাহুল্যদুষ্ট শব্দ। কাৰণ স্ব মানেই নিজ। গতিকে **'নিজস্ব স্বকীয়'** অতিশয় বাহুল্যদুষ্ট। এনে বাহুল্যদোষ পৰিহাৰ কৰিব খুজিলে আমি লিখা উচিত 'নিজা', খুব বেছি 'নিজস্ব' বা 'স্বকীয়'।
**দশমমান শ্ৰেণীৰ— ইয়াত** 'মান' শব্দটো 'শ্ৰেণী'ৰ সমাৰ্থক। গতিকে হয় 'দশম মানৱ', নহয় 'দশম শ্ৰেণীৰ।'
এনে বৰ্ণ বিভ্ৰাট— 'বৰ্ণ- বিন্যাসৰ এনে বিভ্ৰাট।'
**অধোন্নতি— উৎ মানে ওপৰ আৰু অধঃ মানে তল। এই দুটা বিপৰীতাৰ্থক শব্দ কোনো শব্দত একেলগে যুক্ত হ'ব নোৱাৰে। গতিকে হয় 'অধোনতি' বা 'অৱনতি', নহয় 'অধোগতি'।**

-- এইবাৰ এই বাক্যকেইটা পঢ়।

এই বুলি খুড়াই অকণক তলৰ বাক্যকেইটা পঢ়িবলৈ দিলে,

ডঃ চৌধুৰীয়ে বিলাতত বহুকাল ধৰি বসতি কৰি আছে। ভাৰতীয় অৰ্থনীতিৰ ওপৰত কৰা গৱেষণাৰ বাবে তেওঁ প্ৰসিদ্ধ। অসম চৰকাৰে গঠন কৰা উদ্যোগিক আযোগত সাক্ষী দিবলৈ এই সন্মানিত ব্যক্তিগৰাকী অলপতে গুৱাহাটীলৈ আহিছিল। হাইস্কুলৰ শেষান্ত পৰীক্ষাত ভাল ফলাফল দেখুওৱা ছাত্ৰ- ছাত্ৰীসকলক সম্বৰ্ধনা জনাবৰ বাবে ছাত্ৰ সন্থাই যিখন সভা অনুষ্ঠিত কৰিছিল, সেই সভাত তেখেতেও যোগদান কৰে। অগণিত ...তাৰ সমুখত তেখেতে শিক্ষা সম্পৰ্কে কেতবোৰ মূল্যমান বক্তব্য ৰাখে। বিশেষকৈ অসমত শিক্ষাৰ মানদণ্ড হ্ৰাস পোৱাত তেওঁ দুখ প্ৰকাশ কৰে। ছাত্ৰ- ছাত্ৰীসকল ৰাজনৈতিকভাৱে বিভাজিত নহৈ তেওঁলোক যাতে সমূহীয়াভাৱে দেশৰ উন্নতিত ব্ৰতী হয়, তাৰ বাবেও তেওঁ ছাত্ৰ সমাজক আহ্বান জনায়। লগতে অৰ্থনীতি বিষয়টোক বিজ্ঞান শাখাৰ অন্তৰ্ভুক্ত কৰা ভাল বুলি তেখেতে মন্তব্য কৰে।

তেখেতে সভাত ভাষণ দি থকা অৱস্থাতে ওচৰত বজ্ৰপাত পৰাত সভাখন আগতীয়াকৈ ভাঙে।

— বাক্যকেইটাত কিবা আসোঁৱাহ পাইছনে ?

খুড়াই সুধিলে।

— নাই পোৱা খুড়া।

অকণে উত্তৰ দিলে।

— বাক্যকেইটাত ভালেমান আসোঁৱাহ আছে। সেইবোৰ মই এটা এটাকৈ কৈ যাওঁ শুনঃ

**বসতি কৰি**— 'বসতি' মানে বাস কৰা ঠাই বা বাস কৰা কাৰ্য। 'বিলাতত তেওঁৰ বসতি'; আনহাতে, 'বিলাতত তেওঁ বাস কৰে'।

**অৰ্থনীতিৰ ওপৰত কৰা গৱেষণা**— এই বাক্যাংশ ইংৰাজী বাক্য- বিন্যাসৰ দ্বাৰা প্ৰভাৱিত। হোৱা উচিত 'অৰ্থনীতিৰ বিষয়ে গৱেষণা' বা 'অৰ্থনীতি সম্বন্ধীয় গৱেষণা'।

**উদ্যোগিক**— সংস্কৃত ভাষাত ঠক্, ঠন্, ঠঞ্ প্ৰযুগ্যে 'ষ্ণিক' শ্ৰেণীৰ ভিতৰুৱা কিছুমান তদ্ধিত প্ৰত্যয় আছে। এই প্ৰত্যয়বোৰ ব্যৱহাৰ কৰি তৎসম বিশেষ্যক বিশেষণলৈ নিয়া হয়। এই প্ৰত্যয় যুক্ত হ'লে বিশেষ্য পদটোৰ আৰম্ভণিতে থকা লঘুস্বৰ সাধাৰণতে গুৰু হয়; অৰ্থাৎ অ, এ আৰু উ (বা অ-কাৰ, ই-কাৰ আৰু উ-কাৰ) ক্ৰমে আ, ঐ আৰু ঔ-লৈ (বা আ-কাৰ, ঐ-কাৰ আৰু ঔ-কাৰলৈ) ৰূপান্তৰিত হয়। উদাহৰণ—

| | |
|---|---|
| অণু— আণৱিক | ধৰ্ম— ধাৰ্মিক |
| একান্ত— ঐকান্তিক | দেহ— দৈহিক |
| উপনিৱেশ— ঔপনিৱেশিক | উপনিষদ— ঔপনিষদিক |

অৱশ্যে কোনো কোনো শব্দত ষ্ণিক (ঠন্) প্ৰত্যয় প্ৰয়োগ কৰিলে লঘু স্বৰ গুৰু নহয়। যেনে, ক্ৰম- ক্ৰমিক। ইয়াত ক্ৰম-ৰ পৰা ক্ৰমিক নহ'ব। এনে কেতবোৰ শব্দ হ'ল— দেশিক, কেন্দ্ৰিক, শ্ৰমিক, ইত্যাদি।

কিছুমানত আকৌ উভয় ৰূপকে শুদ্ধ বুলি ধৰা হয়।

| | |
|---|---|
| কুশিক— কৌশিক | ব্যৱহাৰিক--- ব্যাৱহাৰিক |
| কুলিক— কৌলিক | ব্যৱসায়িক--- ব্যাৱসায়িক |

দুটা শব্দ লগ লাগি হোৱা কিছুমান শব্দত ষ্ণিক প্ৰত্যয় প্ৰয়োগ কৰিলে দুয়োটা শব্দৰে আদি স্বৰ গুৰু হয়। যেনে—

| | |
|---|---|
| সৰ্বভূমি— সাৰ্বভৌমিক | পৰলোক— পাৰলৌকিক |

কেতিয়াবা আকৌ কেৱল প্ৰথম শব্দটোৰ আদি স্বৰহে গুৰু হয়। যেনে—

| | |
|---|---|
| সৰ্বজন--- সাৰ্বজনিক | পুনঃপুনঃ— পৌনঃপুনিক |

— খুড়া, অনুভূমিক আৰু অভিযান্ত্ৰিক শব্দ দুটা শুদ্ধনে?

অকণে সুধিলে।

— দুয়োটা শুদ্ধ শব্দ। 'অনুভূমি'ৰ লগত ক প্ৰত্যয় যোগ হৈ 'অনুভূমিক' হৈছে। ক প্ৰত্যয়ে শব্দৰ অৰ্থ সলনি নকৰে। এই বিষয়ে তোক কৈছোঁ (১০৩পৃঃ দ্ৰষ্টব্য)। আনহাতে, 'অভিযান্ত্ৰিক' শব্দত 'অভিযন্ত্ৰ' এটা শব্দ বুলি ধৰি লোৱা হোৱা নাই। ইয়াত 'যন্ত্ৰ' শব্দত ষ্ণিক প্ৰত্যয় যোগ কৰাৰ পিচত সাধিত শব্দটোত অভি উপসৰ্গ প্ৰয়োগ কৰা হৈছে। এনে ধৰণে শব্দ সাধন কৰাৰ উদাহৰণ সংস্কৃত ভাষাত আছ। যেনে— অনুনাসিক, অভিকেন্দ্ৰিক।

এইখিনিতে আৰু এক শ্ৰেণীৰ শব্দ মোৰ মনত পৰিছে। খ বা ঈন নামৰ এটা প্ৰত্যয় যোগ কৰিও বিশেষ্যক বিশেষণলৈ নিয়া হয়। ষ্ণিক, ষ্ণ্য আদি প্ৰত্যয় যোগ কৰিলে শব্দৰ আদি স্বৰ সাধাৰণতে গুৰু হয়; কিন্তু ঈন প্ৰত্যয় যোগ কৰিলে তেনে নহয়। যেনে, কুল— কুলীন (কৌলীন নহয়), অন্তৰ— অন্তৰীণ (আন্তৰীণ নহয়)। ঈন প্ৰত্যয়ান্ত দুটামান শব্দ হ'ল—

| প্ৰাচীন | গ্ৰামীণ | নৱীন |
|---|---|---|
| সৰ্বাঙ্গীন | বিশ্বজনীন | তৎকালীন |

ঠিক একেদৰে, অভ্যন্তৰীণ আৰু সৰ্বজনীন। কিন্তু আভ্যন্তৰীণ আৰু সাৰ্বজনীন বুলিহে সচৰাচৰ লিখা দেখা যায়। এইখিনিতে সকীয়াই থওঁ সৰ্বজনীন, কিন্তু সাৰ্বজনিক।

খুড়াই ক'লে আৰু পুনৰ বাক্যৰ আসোঁৱাহসমূহ দেখুৱাবলৈ আৰম্ভ কৰিলেঃ
সাক্ষী দিবলৈ— 'সাক্ষ্য দিবলৈ।' যি সাক্ষ্য দিয়ে, তেওঁ সাক্ষী।
সন্মানিত ব্যক্তি— 'সন্মান' শব্দটো অসাধু; সাধু শব্দ হ'ল 'সম্মান', 'সম্মানিত', 'সম্মাননীয়', ইত্যাদি। এই বিষয়ে তোক আগতে কৈছোঁ (তৃতীয পাঠ দ্ৰষ্টব্য)। 'সন্মান', 'সন্মানিত', 'সন্মানীয়'— এনেবোৰ শব্দ স্বীকাৰ কৰি ল'লেও 'সন্মানিত ব্যক্তি'ৰ আসোঁৱাহ নুগুচে। সন্মানিত (সম্মানিত) মানে যাক সন্মান (সম্মান) জনোৱা হয আৰু সন্মানীয (সম্মাননীয়) মানে সন্মান (সম্মান) পাবৰ যোগ্য। অৰ্থাৎ সন্মানিত (সম্মানিত) ব্যক্তি সন্মানীয় (সম্মাননীয়) নহ'বও পাৰে। গতিকে বাক্যাংশটো হ'ব লাগিছিল 'সন্মানীয় (সম্মাননীয়) ব্যক্তি'।
শেষান্ত পৰীক্ষাত— শেষ আৰু অন্ত দুয়োটা সমাৰ্থক শব্দ। গতিকে 'শেষ পৰীক্ষাত' বা 'অন্তিম পৰীক্ষাত'।
ভাল ফলাফল— ফল আৰু অফল, এই শব্দ দুটা লগ লাগি ফলাফল হৈছে। গতিকে 'ভাল ফলাফল'তকৈ বৰং 'ভাল ফল'। কিন্তু 'কালিলৈ মোৰ পৰীক্ষাৰ ফলাফল ওলাব' বা 'ফলাফল ফলদাতা বিভুৰ হাতত'।
সম্বৰ্ধনা— শব্দটো হোৱা উচিত আছিল 'সংবৰ্ধনা'। এই বিষযে তোক আগতে কৈছোঁ (নৱম পাঠ দ্ৰষ্টব্য)।
অনুষ্ঠিত কৰিছিল— ইয়াত খেলিমেলি দুটা। প্ৰথম, কৰ্তৃবাচ্য- কৰ্মবাচ্যৰ খেলিমেলি। আমন্ত্ৰণ কৰে, কিন্তু আমন্ত্ৰণ কৰা হয় বা আমন্ত্ৰিত হয়; স্থানান্তৰ কৰে, কিন্তু স্থানান্তৰ কৰা হয় বা স্থানান্তৰিত হয়; পাঠ কৰে, কিন্তু পাঠ কৰা হয় বা পঠিত হয়; ইত্যাদি। কিন্তু কৰ্তৃবাচ্য- কৰ্মবাচ্যৰ এই প্ৰভেদ বহুতে মন নকৰে। উদাহৰণস্বৰূপে, লিখিব লাগে, 'কাৰ্যালয়টো গুৱাহাটীলৈ স্থানান্তৰ কৰা হ'ল (বা স্থানান্তৰিত হ'ল)'; কিন্তু বহুতে লিখে, 'কাৰ্যালযটো গুৱাহাটীলৈ স্থানান্তৰিত কৰা হ'ল'। সেইদৰে, কোনো কোনোৱে লিখে, 'বিলাতত যন্ত্ৰটো আবিষ্কাৰ হৈছে', অথচ লিখিব লাগিছিল 'বিলাতত যন্ত্ৰটোৰ আৱিষ্কাৰ হৈছে' বা 'বিলাতত যন্ত্ৰটো আবিষ্কৃত'। মই তোক দিযা বাক্যটোৰো আসোঁৱাহ একেটাই— অনুষ্ঠান কৰে, কিন্তু অনুষ্ঠিত হয়।

দ্বিতীয় খেলিমেলি হ'ল 'অনুষ্ঠান' শব্দটোক লৈ। অনুষ্ঠান শব্দটোৰ অৰ্থ হ'ল আচৰণ, কৰণ, সাধন ইত্যাদি। যেনে— যজ্ঞানুষ্ঠান, শ্ৰাদ্ধানুষ্ঠান, ধৰ্মানুষ্ঠান, ইত্যাদি। কিন্তু আজিকালি অনুষ্ঠান শব্দটোক 'প্ৰতিষ্ঠান' শব্দৰ সমাৰ্থক কৰি তোলা হৈছে। আমি কওঁ 'শিক্ষানুষ্ঠান'— যাৰ প্ৰকৃত অৰ্থ হ'ল শিক্ষা লাভকৰণ, শিক্ষাৰ সাধনা। কিন্তু আমি শিক্ষানুষ্ঠান মানে আজিকালি শিক্ষা- প্ৰতিষ্ঠানকে বুজা কৰিছোঁ। মন কৰিবি— যজ্ঞানুষ্ঠান বা শ্ৰাদ্ধানুষ্ঠান বুলিলে আমি কিন্তু যজ্ঞ বা শ্ৰাদ্ধ কৰা ঠাই নুবুজাওঁ।

— তেন্তে খুড়া, 'ছাত্র সন্থাই সভা অনুষ্ঠিত কৰিছিল' বুলি নকৈ কি বুলিনো ক'ম ?

অকণে সুধিলে।

— 'ছাত্র সন্থাই এখন সভাৰ অনুষ্ঠান কৰিছিল'; বা তাতোকৈয়ো সৰলভাৱে, 'ছাত্র সন্থাই এখন সভা পাতিছিল' বুলি ক'বি।

যোগদান কৰা— 'যোগদান' এটা বেমেজালিপূর্ণ শব্দ। মানুহে দুখীয়াক দান দিয়ে আৰু সভাত যোগ দিয়ে। যোগক দান কেনেকৈ কৰিব ?

অগণিত জনতা— অগণিত মানে গণনা নোহোৱাকৈ থকা আৰু অগণন মানে বহুত, অজস্র। গতিকে 'অগণন জনতা' হোৱা উচিত আছিল। কিন্তু ইয়ো খুব শুদ্ধ নহয়, কাৰণ জনতা মানে জন- সমষ্টি। গতিকে 'অগণন মানুহ' বা 'অগণন শ্রোতা।'

দেশ- হিতৈষিতা— এইটো তা প্ৰত্যয়ৰ আন এটা অসাধু প্ৰয়োগ। হিতৈষী শব্দৰ বিশেষ্য হিতৈষিতাতকৈ বৰং 'হিতৈষা' বা 'হিতৈষণা'।

মানদণ্ড হ্রাস পোৱাত— মানদণ্ড মানে মান জোখা দণ্ড বা মাৰি। মানৰ মাৰিডাল হ্রাস নাপায়, মানহে হ্রাস পায়। গতিকে 'মান হ্রাস পোৱাত'।

বক্তব্য ৰখা— এই শ্রুতিকটু প্রকাশ-ভঙ্গীটো বাংলা ভাষাৰ পৰা আমাৰ ভাষালৈ অহা বেছি দিন হোৱা নাই। বক্তব্য ৰাখে ক'ত ? শ্রোতাৰ ওপৰত ? আমি অসমীয়া মানুহে সভাত বক্তব্য নাৰাখোঁ, আমি আমাৰ ক'বলগীয়াখিনি কওঁ। ডঃ চৌধুৰীয়ে সভাত কিছু মূল্যবান কথা কয় বা মূল্যবান বক্তব্য প্রকাশ কৰে।

ৰাজনৈতিকভাৱে বিভাজিত— ইয়াত মোৰ ক'বলগীয়া 'বিভাজিত' শব্দটোৰ বিষয়ে। সংস্কৃতত ক্ত নামৰ এটা প্ৰত্যয় আছে। কৰা হ'ল অৰ্থত ধাতুৰ লগত এই প্রত্যয়যুক্ত হয়। তেতিয়া সাধিত শব্দটোৱে বিশেষণ ৰূপ পায় আৰু শব্দটো সাধাৰণতে ত (বা ট), কেতিয়াবা ন (বা ণ)ৰে শেষ হয়। উদাহৰণ---

| | | | |
|---|---|---|---|
| জ্ঞাত | জাত | শ্রুত | দৃষ্ট |
| দীর্ণ | জীর্ণ | শীর্ণ | ভিন্ন |

এইখিনিতে তোক এটা কথা কওঁ। 'কৰোৱা হ'ল' (causative) অর্থত কিছুমান ধাতুৰ পিচত পোনতে 'ণিচ' নামৰ এটা প্রত্যয় লগ লাগে, তাৰ পিচতহে তাত ক্ত প্রত্যয়যুক্ত হয়। ণিচ প্রত্যয়যুক্ত ধাতুত 'ণিজন্ত ধাতু' বুলি কোৱা হয়। অসমীয়াত এনে ধাতুৰ নাম হ'ল 'পাঁচনী ধাতু।' এই পাঁচনী বা ণিজন্ত ধাতুৰ পৰা সাধিত শব্দটো সদায় 'ইত' (বা কেতিয়াবা 'ঈত')ৰে শেষ হয়।

দুটামান উদাহৰণ—

| নিজে হোৱা অর্থত | আনৰ দ্বাৰা হোৱা অর্থত | নিজে হোৱা অর্থত | আনৰ দ্বাৰা হোৱা অর্থত |
|---|---|---|---|
| দৃষ্ট | দর্শিত | বিস্তৃত | বিস্তাৰিত |
| স্থিত | স্থাপিত | জাগ্ৰত | জাগৰিত |
| জ্ঞাত | জ্ঞাপিত | বিভক্ত | বিভাজিত |

| স্তব্ধ | স্তম্ভিত | অনূদিত | অনুবাদিত |
|---|---|---|---|
| বৃত | বাৰিত | চলিত | চালিত |
| হৃত | হাৰিত | সাৰিত | সাৰিত |

এই শব্দবিলাকৰ ব্যৱহাৰৰ দুটা উদাহৰণ—

(১) 'মেলাত অজস্ৰ বস্তু প্ৰদৰ্শিত হৈছিল, কিন্তু মোৰ দ্বাৰা দৃষ্ট হ'ল দুটামান বস্তুহে'।

(২) 'ইংৰাজৰ দ্বাৰা বিভাজিত আমাৰ দেশখন বিভিন্ন জনগোষ্ঠীত বিভক্ত'।

বিকল্পে ণিচ প্ৰত্যয়যুক্ত হোৱা কিছুমান ধাতুও আছে। অৰ্থাৎ ক্ত প্ৰত্যয়ান্ত কিছুমান শব্দৰ একেটা বা প্ৰায় একেটা অৰ্থতে দুটাকৈ ৰূপ থাকে। যেনে— শান্ত আৰু শমিত। দুয়োটা শব্দৰে অৰ্থ একেটাই। কেতিয়াবা অৱশ্যে অৰ্থৰ সামান্য সলনি ঘটে। যেনে— তপ্ত আৰু তাপিত। দুয়োটাৰে অৰ্থ মূলতঃ একে হ'লেও তাপিত শব্দটো আমি সচৰাচৰ পীড়িত অৰ্থতহে ব্যৱহাৰ কৰোঁ। এনে গোটাদিয়েক শব্দ হ'ল—

| | |
|---|---|
| ত্ৰস্ত—ত্ৰাসিত | যুক্ত—যোজিত |
| তুষ্ট—তোষিত | দান্ত—দমিত |
| ৰুষ্ট—ৰোষিত | কৃষ্ট —কৰ্ষিত |

কিছুমান ক্ত প্ৰত্যযান্ত শব্দ আকৌ সদায় 'ইত' (বা 'ঈত')ৰেহে শেষ হয় ('স্বাৰ্থে ণিচ')। উদাহৰণ—

| পূজিত | চৰ্চিত | দণ্ডিত | বৰ্ধিত |
|---|---|---|---|
| গৃহীত | উদিত | খণ্ডিত | মণ্ডিত |

— খুড়া, আহৰিত, আবৰিত, হৰষিত — এই শব্দবিলাক শুদ্ধ নে?

অকণে সুধিলে।

— আহৰিত আৰু আবৰিত-ক শুদ্ধ বোলা টান। শুদ্ধ শব্দ হ'ল আহৃত আৰু আবৃত। হৰষিত শব্দটোক 'হৰ্ষিত' শব্দৰ অৰ্থ তৎসম ৰূপ বুলি ধৰি ল'ব পাৰি।

— খুড়া, বিকিৰিত আৰু সিঞ্চিত?

অকণে পুনৰ প্ৰশ্ন কৰিলে।

— বিকিৰিত শব্দটো আমাৰ ভাষাত বহু ব্যৱহৃত এটা অসাধু শব্দ। ইয়াৰ সাধু ৰূপ হ'ল 'বিকীৰ্ণ'। সেইদৰে সিঞ্চিত নহয়, 'সিক্ত' বা পাঁচনী অৰ্থত 'সেচিত'। সিঞ্চিত শব্দটোক আমি ভুল বুলি ধৰাই ভাল।

এই বুলি খুড়াই ক'লে,

— এতিয়া, আমি আমাৰ আলোচ্য মূল বাক্যটোলৈ আহোঁ। বাক্যটোত ছাত্ৰ- ছাত্ৰীসকল কাৰো দ্বাৰা ভাগ ভাগ হোৱা নাই। গতিকে 'ৰাজনৈতিকভাৱে বিভক্ত'।

**অন্তৰ্ভুক্ত কৰা—** ভুক্ত শব্দৰ অৰ্থ হ'ল ভক্ষিত, খাদিত। 'অন্তৰ্ভুক্ত' কৰা হ'ল মানে 'খাই পেলোৱা হ'ল'। গতিকে 'অন্তৰ্ভুক্ত' শব্দতকৈ 'অন্তৰ্ভূত' শব্দ বেছি অৰ্থবহ।

**বজ্ৰপাত পৰা—** 'পাত' মানেই পৰা,। গতিকে 'বজ্ৰপাত পৰা' বুলি কোৱাতকৈ

'বজ্র পৰা' বা 'বজ্রপাত হোৱা' বুলি কোৱাহে উচিত।
সভা ভাঙে— কিবা এটা যদি নিজে ভাঙি যায়, তেন্তে সি 'ভাগে'; যদি কোনোবাই ভাঙি দিয়ে, তেন্তে সি 'ভাঙে'। 'সভা ভাগিল'; কিন্তু 'দুষ্ট লোক কিছুমানে সভাখন ভাঙিলে'। তেনেকৈ 'গছৰ ডালটো ভাগি পৰিল'; কিন্তু 'সি ডালটো ভাঙি পেলালে'। অৱশ্যে 'ভঙা' আৰু 'ভগা'ৰ এই সূক্ষ্ম প্ৰভেদ সকলো সময়তে ৰখা নহয়। উদাহৰণস্বৰূপে, 'গিলাচটো ভাগিল' বুলি নকৈ 'গিলাচটো ভাঙিল' বুলিয়েই আমি সচৰাচৰ কওঁ।

এইখিনিলৈকে কৈ খুড়াই এইবাৰ অকণক এই বাক্যকেইটা পঢ়িবলৈ দিলেঃ

দৰ্শকসকলক উদ্দেশ্য কৰি সভাপতি গৰাকীয়ে ক'লে, 'ভাৰতৰ বহুতো ৰাজ্যত সাম্প্ৰদায়িকতাবাদ অনন্ত কালৰ পৰা চলি আহিছে। কিন্তু সম্প্ৰতি ইয়াৰ পাশৱিকতাই পশুত্বকো চেৰ পেলাইছে। ইয়াৰ অহৈতুকী প্ৰভাৱ আমাৰ ৰাজ্যতো পৰিলক্ষিত হোৱা দেখা গৈছে। ইয়াক নিৰ্মূলকৰণ কৰাৰ উদ্দেশ্যে আমি বহুকাল ধৰি আপ্ৰাণ চেষ্টা চলাই আহিছোঁ। সাম্প্ৰদায়িকতাবাদৰ বিৰুদ্ধে আমাৰ এই নিৰলস চেষ্টাৰ পৰিণামত এটা সময়ত ভাৰতৰ সমস্ত জনগণ যে ইয়াৰ বিৰুদ্ধে সোচ্চাৰ হৈ উঠিব, এই বিষয়ে সন্দেহৰ অৱকাশ নাই। আপোনাৰ জ্ঞাতাৰ্থে জনাওঁ, অসমীয়া মানুহৰ স্মৃতিত সদা স্মৰণীয় স্বৰ্গীয় জ্ঞানানন্দ দাসে লিখি থৈ যোৱা 'সাম্প্ৰদায়িকতাবাদৰ স্বৰ্ণৰেখা' নামৰ পুথিখন এই সভাতে এগাকী সম্ভ্ৰান্তশালী ব্যক্তিয়ে উন্মোচিত কৰিব। সভাত উপস্থিত থকাসকলে কম মূল্যতে এই পুথি কিনিব পাৰিব। এই অনুষ্ঠানৰ পিচত আমি আজিৰ সভা সমাপ্ত কৰিম'।

—- বাক্যকেইটা কেনে হৈছে?

খুড়াই সুধিলে।

— ভাল হৈছে, খুড়া।

অকণে উত্তৰ দিলে।

— কিন্তু এই বাক্যকেইটাত ভালেমান বেমেজালিপূৰ্ণ শব্দ তথা বাক্যাংশ আছে। সেইবোৰ মই এটা এটাকৈ কৈ যাওঁ। তই শুনঃ
দৰ্শকসকল— দৰ্শক থাকে প্ৰেক্ষাগৃহত, খেল- পথাৰত; সভাত থাকে সচৰাচৰ শ্ৰোতা। গতিকে 'শ্ৰোতাসকল' শব্দহে বেছি অৰ্থবহ।
সাম্প্ৰদায়িকতাবাদ— আজিকালি বাদ- বিবাদ বঢ়াৰ লগে লগে 'বাদ' শব্দৰ প্ৰচলনো বাঢ়িছে। ইমানেই বাঢ়িছে যে আজিকালি বহুতে ইয়াক অপ্ৰয়োজনীয়ভাৱেও ব্যৱহাৰ কৰিবলৈ লৈছে। যেনে— 'এই ক্ষেত্ৰত আপোনাৰ মত কি?' -ৰ সলনি 'এই ক্ষেত্ৰত আপোনাৰ মতবাদ কি?'

বাদ শব্দটো তা প্ৰত্যয়ান্ত শব্দৰ পিচত সচৰাচৰ লগ নালাগে। উদাহৰণ—
progressivism = প্ৰগতিবাদ (প্ৰগতিশীলতাবাদ নহয়);
ratınalism = যুক্তিবাদ (যৌক্তিকতাবাদ নহয়);
fundamentalism = মৌলবাদ (মৌলিকতাবাদ নহয়);
সেইদৰে communıalism = সম্প্ৰদায়বাদ বা সাম্প্ৰদায়িকতা।

অনন্ত কালৰ পৰা— হোৱা উচিত আছিল 'অনাদি কালৰ পৰা'। 'অনাদি কালৰ পৰা', কিন্তু 'অনন্ত কাললৈ'।
ৰাজনৈতিক লোকসকলৰ— এই বাক্যাংশৰ দ্বাৰা সভাপতিয়ে বুজাব খুজিছে ৰাজনীতিৰ লগত জড়িত লোকসকলৰ কথা। সেইফালৰ পৰা 'ৰাজনীতিকসকল' হোৱা হ'লে বেছি ভাল আছিল। (ৰাজনীতিৰ লগত অক প্ৰত্যয় যোগ। (১০৩পৃ দ্ৰষ্টব্য)। 'ৰাজনৈতিক' শব্দৰ অৰ্থ হ'ল ৰাজনীতি সম্বন্ধীয়; যেনে— 'ৰাজনৈতিক চিন্তা', 'দেশৰ ৰাজনৈতিক পৰিস্থিতি', ইত্যাদি। যি মানুহ ৰাজনীতিৰ লগত পোনপটীয়াকৈ জড়িত অৰ্থাৎ যি ৰাজনীতি 'কৰে', তেওঁ 'ৰাজনীতিক'; যি ৰাজনীতি জানে, তেওঁ 'ৰাজনীতিজ্ঞ'। ৰাজনীতিজ্ঞ ৰাজনীতিক নহ'বও পাৰে।

এনে ধৰণৰ আৰু কিছুমান খেলিমেলি লগা শব্দ আমাৰ ভাষাত সোমাইছে। যিটো বিজ্ঞান সম্বন্ধীয়, সি বৈজ্ঞানিক। যি বিজ্ঞান চৰ্চা কৰে, তেওঁকো আগতে 'বৈজ্ঞানিক' বুলি কোৱা হৈছিল। সুখৰ বিষয়, তেনে লোকক আজিকালি 'বিজ্ঞানী' বুলি কোৱা হয়। কিন্তু সাহিত্য- দৰ্শনাদিৰ ক্ষেত্ৰত শব্দৰ এনে বেমেজালি আঁতৰা নাই। যিটো সাহিত্য সম্বন্ধীয়, সি সাহিত্যিক; আনহাতে যি সাহিত্য চৰ্চা কৰে, তেৱোঁ 'সাহিত্যিক'। যিটো দৰ্শন সম্বন্ধীয়, সি দাৰ্শনিক; যি দৰ্শন জানে ৱা চৰ্চা কৰে, তেৱোঁ 'দাৰ্শনিক'। পৰিভাষাৰ এনে খেলিমেলি আঁতৰাব খুজিলে আমি সাহিত্য আৰু দৰ্শন চৰ্চা কৰা লোকসকলক ক্ৰমে 'সাহিত্যকাৰ' (বা প্ৰয়োজন অনুসৰি 'সাহিত্যবিদ') আৰু 'দৰ্শনবিদ' বা 'দৰ্শনজ্ঞ' বুলি কোৱাহে যুগুত। তেনেদৰে 'ঔপন্যাসিক' বুলি নকৈ 'উপন্যাসকাৰ', 'ঐতিহাসিক'ৰ সলনি 'ইতিহাসবিদ' বা 'বুৰঞ্জীবিদ'। অৰ্থনীতিবিদ, ভাষাবিদ, শিক্ষাবিদ আদি শব্দ আমাৰ ভাষাত ইতিমধ্যে প্ৰতিষ্ঠিত হৈছে।

— ব্যাকৰণ জনা মানুহক কি বুলি কয়, খুড়া ?

অকণে সুধিলে।

— ব্যাকৰণবিদ বা বৈয়াকৰণ। বৈয়াকৰণিক নহয় কিন্তু।

খুড়াই সকীয়াই দিলে।

— খুড়া, বহুতে আজিকালি 'আৰ্থনৈতিক'ৰ সলনি 'আৰ্থনীতিক' লিখা কৰিছে। 'আৰ্থনীতিক' শব্দটো শুদ্ধনে ?

— অশুদ্ধ নহয়। 'অৰ্থনীতি'ক এটা শব্দ বুলি ধৰি ইয়াত ষ্ণিক প্ৰত্যয় প্ৰয়োগ কৰিলে ইয়াৰ বিশেষণ হয় 'আৰ্থনীতিক'। কিন্তু অৰ্থনীতি এটা সমাসবদ্ধ শব্দ। অৰ্থৰ নীতি = অৰ্থনীতি। এনে শব্দৰ ক্ষেত্ৰত প্ৰথম সমস্যমান পদটোক একে ৰাখি দ্বিতীয় পদটোকহে বিশেষণ ৰূপলৈ নিয়া ভাল। এনে নকৰিলে পৰিভাষাবোৰক বিশেষণ ৰূপলৈ নিয়া পদ্ধতিৰ সুষমতা ৰক্ষা কৰা টান হ'ব। 'ৰাজনীতি' শব্দটোৰ কথাকে ভাব। economic অৰ্থত 'আৰ্থনীতিক' লিখিলে political অৰ্থত আমি লিখিব লাগিব 'ৰাজনীতিক'। কিন্তু 'ৰাজনীতিক' মানে আমি political নুবুজোঁ, বুজোঁ politician হে। তদুপৰি এনে নিয়ম মানিলে পদাৰ্থবিজ্ঞানৰ বিশেষণ হ'বলৈ 'পাদাৰ্থ বিজ্ঞানিক'; ভূগোলবিজ্ঞানৰ বিশেষণ হ'বলৈ 'ভৌগোল বিজ্ঞানিক'। এনেবোৰ

শব্দ গ্ৰহণীয় নহ'ব। গতিকে অৰ্থনৈতিক, ৰাজনৈতিক, পদাৰ্থবৈজ্ঞানিক, ভূগোলবৈজ্ঞানিক, প্ৰাণীবৈজ্ঞানিক, ইত্যাদি।

— খুড়া, 'আৰ্থ- সামাজিক' শব্দটো আপুনি কেনে পায় ?

— এইটো ইংৰাজীৰ socio- economic শব্দৰ অসমীয়া প্ৰতিশব্দ। socio- economic ইংৰাজী ভাষাত হোৱা সমাসৰ এটা উদাহৰণ। socialcum economic - socio- economic । ইয়াৰ প্ৰতিশব্দ কৰা হৈছে 'আৰ্থ-সামাজিক'। সেইবুলি socio- policitcal ,— ইয়াৰ অসমীয়া প্ৰতিশব্দ 'ৰাজ- সামাজিক' কৰা উচিত নহ'ব।

socio- policitcal = সামাজিক- ৰাজনৈতিক,
socio- historical = সামাজিক- ঐতিহাসিক,
socio- philosophical = সামাজিক- দাৰ্শনিক।

— আমি আন কথালৈ গুচি আহিলো।

এই বুলি খুড়া পুনৰ আগৰ কথালৈ উভতি গ'ল।

পাশৱিকতাই পশুত্বকো— পশুৰ বিশেষণ হ'ল 'পাশৱ', যেনেকৈ জন্তুৰ বিশেষণ 'জান্তৱ'। পশুসদৃশ গুণ— এই অৰ্থত বুজাবলৈ আমি লিখা উচিত 'পশুত্ব' বা 'পাশৱতা'। 'পাশৱিকতা' এটা বাহুল্যদুষ্ট শব্দ। তদুপৰি 'পাশৱিকতাই পশুত্বকো চেৰ পেলাইছে'— এই সমস্ত বাক্যটোৱেই বিভ্ৰান্তিকৰ। বাক্যটো খুব বেছি হ'ব পাৰে— 'পাশৱতাই পশুকো চেৰ পেলাইছে'।

অহৈতুকী প্ৰভাৱ— 'অহৈতুকী প্ৰভাৱ'ত থকা বেমেজালিৰ কথা কোৱাৰ আগতে 'অহেতুক' শব্দটোৰ বিষয়ে অলপ কৈ লওঁ। অহেতুক মানে হেতুহীন, বিনা কাৰণ। বাক্যত ইয়াৰ প্ৰয়োগৰ উদাহৰণঃ 'তাৰ কামত অহেতুক হেতা- ওপৰা নকৰিবি।'

'অহৈতুক' শব্দ 'অহেতুক' শব্দৰ প্ৰায় সমাৰ্থক। ইয়াৰ অৰ্থ হ'ল হেতুসম্বন্ধহীন, কোনো কাৰণেৰে ব্যাখ্যা কৰিব নোৱাৰা। ইয়াৰ স্ত্ৰীলিঙ্গ— 'অহৈতুকী।' এই শব্দটো ব্যৱহাৰ কৰা প্ৰথম অসমীয়া কিজানি বাণীকান্ত কাকতি। 'কবিৰ অহৈতুকী প্ৰীতি' শীৰ্ষক এটি প্ৰবন্ধ লিখি তেখেতে বাক্যত ইয়াৰ যথাৰ্থ প্ৰয়োগৰ নিদৰ্শন দেখুৱাই থৈ গৈছে।

এয়া গ'ল 'অহেতুক' আৰু 'অহৈতুক' শব্দৰ কথা। এতিয়া, 'অহৈতুকী প্ৰভাৱ'। বাক্যাংশটো ব্যাকৰণ মতে ভুল; কাৰণ প্ৰভাৱ পুংলিঙ্গ শব্দ। তদুপৰি 'অহৈতুকী' শব্দৰ দ্বাৰা সভাপতি গৰাকীয়ে কোনো কাৰণেৰে ব্যাখ্যা কৰিব নোৱাৰা প্ৰভাৱৰ কথা বুজোৱা নাই; বুজাব খুজিছে অনাৱশ্যক, বিশেষকৈ কু প্ৰভাৱৰ কথা। গতিকে বাগ্‌বাহুল্যলৈ নগৈ 'কু প্ৰভাৱ'।

পৰিলক্ষিত হোৱা দেখা গৈছে— পৰিলক্ষিত শব্দতে 'দেখা' শব্দটো লুকাই আছে। গতিকে 'পৰিলক্ষিত হৈছে' বা 'দেখা গৈছে।'

ইয়াক নিৰ্মূলকৰণ কৰাৰ উদ্দেশ্যে— 'ইয়াৰ নিৰ্মূলকৰণৰ উদ্দেশ্যে' বা 'ইয়াক নিৰ্মূল কৰাৰ উদ্দেশ্যে।'

আপ্ৰাণ চেষ্টা— আ-উপসৰ্গটো একাধিক অৰ্থত বিশেষ্যৰ আগত বহে। সেইবোৰৰ

এটা অৰ্থ হ'ল ব্যাপ্তি, অৰ্থাৎ পৰা বা পৰ্যন্ত। উদাহৰণ—
আসমুদ্ৰহিমাচল = হিমালয়ৰ পৰা সমুদ্ৰ পৰ্যন্ত;

আপাদমস্তক = মূৰৰ পৰা ভৰিলৈকে; আজন্ম = জন্মৰে পৰা, আশৈশৱ = শৈশৱৰ পৰা;

আজীৱন = জীৱন থকা পৰ্যন্ত; আপ্ৰাণ = প্ৰাণ থকালৈকে।

'আজন্ম' আৰু 'আশৈশৱ'— এই শব্দ দুটা প্ৰযোজ্য 'অতীতৰ পৰা' অৰ্থত, আনহাতে, 'আজীৱন' আৰু 'আপ্ৰাণ'— এই শব্দ দুটা প্ৰযোজ্য 'ভৱিষ্যতলৈকে' অৰ্থত। 'মই তোমাক আজীৱন ভাল পাই থাকিম'; কিন্তু 'মই তোমাক আজন্ম ভাল পাই আহিছোঁ'।

নিৰলস চেষ্টা— সংস্কৃতৰ নিঃ উপসৰ্গটো লগ লাগে সদায় বিশেষ্য পদৰ আগত (সাধিত শব্দটো বিশেষণ হ'লেও; যেনে— নিস্তেজ, নিষ্প্ৰাণ, নিৰপৰাধ, ইত্যাদি। এই বিষয়ে তোক ইতিমধ্যে কৈছোঁ। 'অলস' এটা বিশেষণ পদ; সেয়ে ইয়াৰ আগত নিঃ উপসৰ্গ প্ৰযোজ্য নহয়। গতিকে 'নিৰালস্য চেষ্টা'।

— খুড়া, 'অনলস চেষ্টা' হ'বনে নহয়?

অকণে সুধিলে।

— অভাৱ, অবিদ্যমানতা আদি অৰ্থত বিশেষ্যৰ উপৰিও বিশেষণ পদৰ আগতো অ- বৰ্ণ বহে। যেনে— অশিক্ষিত, অজ্ঞাত, অবৈধ, ইত্যাদি। গতিকে 'অনলস চেষ্টা' ব্যাকৰণ মতে শুদ্ধ। 'ব্যাকৰণমতে' বুলি কৈছোঁ এই কাৰণেই যে চেষ্টা সাধাৰণতে আলস্যপূৰ্ণ নহয়।

সোচ্চাৰ— সংস্কৃতত 'উচ্চাৰ' শব্দৰ অৰ্থ দুটা। এটা হ'ল উচ্চাৰণ; আনটো হ'ল মলমূত্ৰ, বিষ্ঠা। প্ৰথমটো অৰ্থ অনুসৰি 'সোচ্চাৰ' মানে উচ্চাৰণপূৰ্ণ, দ্বিতীয়টো অৰ্থ অনুসৰি বিষ্ঠাপূৰ্ণ। বাংলা সাহিত্যৰ যোগেদি আমাৰ ভাষাত সোমোৱা এনে খেলিমেলিপূৰ্ণ শব্দতকৈ সৰৱ, মুখৰিত আদি শব্দই শ্ৰেয়।

সন্দেহৰ অৱকাশ— এই ভ্ৰান্তিকৰ বাক্যাংশও আমাৰ সাহিত্যত সোমাইছে বাংলা সাহিত্যৰ যোগেদি। অৱকাশ মানে অৱসৰ, আজৰি। সন্দেহে আজৰি নলয়। গতিকে 'সন্দেহৰ অৱকাশ নাই' বোলাতকৈ 'সন্দেহ নাই' বুলি কোৱাহে যুগুত।

জ্ঞাতাৰ্থে জনাওঁ— 'আপোনালোক জ্ঞাত হোৱাৰ অৰ্থে'— এই অৰ্থত 'আপোনালোকৰ জ্ঞাতাৰ্থে' শুদ্ধ নহয়; শুদ্ধ হ'ব 'আপোনালোকৰ জ্ঞানাৰ্থে'। দ্বিতীয়তে, 'জনাওঁ' শব্দটোতে জ্ঞানৰ কথাটো লুকাই আছে। গতিকে 'আপোনালোকৰ জ্ঞানাৰ্থে কওঁ'। কিন্তু এনে বাগ্‌বাহুল্যলৈ নগৈ 'আপোনালোকক জনাওঁ' বুলিলেই যথেষ্ট।

স্মৃতিত সদা স্মৰণীয়— 'স্মৰণীয়' শব্দতে স্মৃতি শব্দটো আছে। গতিকে 'অসমীয়া মানুহৰ স্মৃতিত সদা- বিৰাজমান' বা 'অসমীয়া মানুহৰ সদা স্মৰণীয়'।

সম্ভ্ৰান্তশালী— সম্ভ্ৰান্ত এটা বিশেষণ পদ। ইয়াৰ পিচত 'শালী' নালাগে। বাগাড়াম্বৰ কৰিব খুজিলে 'সম্ভ্ৰমশালী' বুলি ক'ব পাৰি।

স্বৰ্ণৰেখা— ইংৰাজী ভাষাৰ outline শব্দৰ অসমীয়া প্ৰতিশব্দ হ'ল 'ৰূপৰেখা'।

ইয়াত 'ৰূপ' শব্দৰ অৰ্থ ৰৌপ্য নহয়, আকৃতি। কিন্তু ৰূপ মানে ৰৌপ্য বুলি ভাবি কিছুমান মানুহে Outline শব্দৰ 'আলংকাৰিক' অনুবাদ কৰিবলৈ গৈ 'স্বৰ্ণৰেখা' বুলি এটা শব্দ বাহিৰ কৰিছে। কেতিয়াবা হয়তো আমি একে অৰ্থতে 'হীৰক ৰেখা' শব্দও শুনিম!

— খুড়া, 'ৰূপলেখা' শব্দটো শুদ্ধ নে অশুদ্ধ?

অকণে সুধিলে।

— সংস্কৃত ভাষাত 'ৰেখা' অৰ্থত 'লেখা' শব্দৰ ব্যৱহাৰ আছে। গতিকে 'ৰূপৰেখা'ৰ সমাৰ্থক শব্দ হিচাপে 'ৰূপলেখা' ব্যৱহাৰযোগ্য।

**উন্মোচিত কৰিব**— এইটো কৰ্তৃবাচ্য-কৰ্মবাচ্যৰ খেলিমেলি। হোৱা উচিত উন্মোচন কৰিব।

**কম মূল্যাতে**— ইংৰাজী Price শব্দৰ অসমীয়া প্ৰতিশব্দ হ'ল বেচ বা দাম। কিন্তু আজিকালি ইয়াৰ প্ৰতিশব্দ কৰা হৈছে 'মূল্য' যাৰ ইংৰাজী অৰ্থ হ'ল Value। দাম আৰু মূল্য সমাৰ্থক নহয়। কোনো বস্তুৰ দাম নাথাকিলেও সি অতিশয় মূল্যবান হ'ব পাৰে; যেনে— বায়ু। আনহাতে হেজাৰটকীয়া 'মূল্য'ৰ কিতাপ এখনো কাৰোবাৰ বাবে মূল্যহীন হ'ব পাৰে। গতিকে কিতাপৰ মূল্য লিখাতকৈ বেচ বা দাম লিখাহে যুগুত। তেনেকৈ 'সুলভ মূল্য'ৰ সলনি লিখা ভাল 'কম দাম'।

**সমাপ্ত কৰিম**— কোনো কৰ্ম 'সমাপ্ত হয়' বা কোনোবাই ইয়াক 'সমাপন কৰে' বা 'শেষ কৰে'। যি কৰ্মৰ সমাপ্তি ইতিমধ্যে ঘটিছে, সি 'সমাপ্ত কৰ্ম'; যি কৰ্মৰ সমাপ্তি ঘটিব বা যি কৰ্ম সমাপ্তি ঘটিবলগীয়া, সি হ'ল 'সমাপ্য' বা 'সমাপনীয়' কৰ্ম। 'অহা সংখ্যাত সমাপ্ত'— বাতৰি কাকত বা আলোচনীত ওলোৱা ধাৰাবাহিক উপন্যাস আদিৰ শেষত এনে বাক্যাংশ নিশ্চয় দেখা পাইছ। ই সমাপ্ত শব্দ ভুল প্ৰয়োগ। হ'ব লাগে 'অহা সংখ্যাত সমাপ্য'। গতিকে 'সমাপ্ত কৰিম'—ৰ সলনি 'শেষ কৰিম'।

— খুড়া, শব্দৰ বেমেজালিৰ আৰু উদাহৰণ আছে নেকি?

অকণে সুধিলে।

— আছে। আমাৰ মানুহৰ তা প্ৰীতিৰ কথা তোক কৈছোঁ। এতিয়া তোক আন এবিধ প্ৰীতিৰ কথা কওঁ। সেইটো হ'ল তা প্ৰত্যয়ৰ নিচিনাকৈ ঈ বা প্ৰত্যয় যোগ দি একোটা শব্দক অকাৰণতে স্ত্ৰীবাচক কৰাৰ আমাৰ প্ৰবৃত্তি। 'শতাব্দ' বুলিয়েই যথেষ্ট, কিন্তু আমি কওঁ 'শতাব্দী'; 'সংযোজন' বুলিলেই হয়, কিন্তু আমি কওঁ 'সংযোজনা'। এনেধৰণৰ আৰু কিছুমান শব্দ হ'ল সংশোধনী, প্ৰকাশনী, সম্মিলনী (সম্মেলনী), মণ্ডলী, বাৰ্ষিকী, ভূয়সী, সাময়িকী, ফলৱতী, পৰিক্ৰমা, সম্পাদনা, ইত্যাদি।

— এনেবোৰ শব্দ ভুল নেকি, খুড়া।

— ভুল নহয়, কাৰণ গুণবাচক বিশেষ্যৰ বিশেষণৰ ক্ষেত্ৰত আমি

পুংলিঙ্গ-স্ত্রীলিঙ্গৰ প্ৰভেদ তেনেকৈ নাৰাখোঁ। কিন্তু ব্যাকৰণৰ চোকা দৃষ্টিত কেতিয়াবা ভুল ধৰা পৰে। তোক 'অহৈতুকী প্ৰভাৱ'ৰ বিষয়ে কৈছোঁৱেই। শব্দ দুটা আচলতে হোৱা উচিত 'অহৈতুক প্ৰভাৱ'। তেনেদৰে 'শতবাৰ্ষিকী উৎসৱ'। সংস্কৃত অভিধান মতে, উৎসৱ এটা পুংলিঙ্গ শব্দ। গতিকে আমি 'শতবাৰ্ষিকী উৎসৱ' বুলি নকৈ 'শতবাৰ্ষিক উৎসৱ' বুলি কোৱাহে যুগুত। গতিকে গুণবাচক বিশেষ্যৰ বিশেষণবিলাকক আমি জধেমধে স্ত্ৰীবাচক নকৰাই ভাল।

এনেয়ো বিশেষ্য শব্দটো স্ত্ৰীলিঙ্গ হলেও তাৰ বিশেষণটোক বহুক্ষেত্ৰত আমি স্ত্ৰীলিঙ্গ ৰূপত প্ৰকাশ নকৰোঁ। সুন্দৰ, ৰূপৱান, গুণৱান, আদি কিছুমান পুংলিঙ্গ শব্দৰ স্ত্ৰীলিঙ্গ ৰূপ আমি ব্যৱহাৰ কৰোঁ। (সুন্দৰী, ৰূপৱতী, গুণৱতী); কিন্তু ভালেমান শব্দৰেই নকৰোঁ। উদাহৰণস্বৰূপে, গুণী, নম্ৰ, সৎ, দুৰ্দান্ত, সাংঘাতিক আদি ভালেমান বিশেষণ শব্দ আছে যিবোৰক আমি পুংলিঙ্গ ৰূপতে উভয় লিঙ্গত ব্যৱহাৰ কৰোঁ। উদাহৰণস্বৰূপে, 'গুণিনী মহিলা' বা 'নম্ৰা ছোৱালী' বুলি আমি কেতিয়াও নকওঁ।

আমি বহিৰাগত শব্দতো কেতিয়াবা ঈ, অনী আদি স্ত্ৰীবাচক প্ৰত্যয় অযথা যোগ দিওঁ। যেনে— মাৰ্কিনী সভ্যতা। মাৰ্কিন শব্দটো ইংৰাজীৰ American শব্দৰ পৰা আহিছে। ই এটা বিশেষণ। গতিকে ইয়াত ঈ প্ৰত্যয় যোগ দিয়াৰ আৱশ্যকতা নাই। তেনেদৰে 'মেম' শব্দটো আহিছে ইংৰাজীৰ madam শব্দৰ পৰা। ই এটা স্ত্ৰীলিঙ্গবাচক শব্দ। গতিকে ইয়াত অনী প্ৰত্যয় যোগ দি 'মেমনী' কৰা নিষ্প্ৰয়োজন।

— খুড়া, বেয়া নাপায় যদি এটা কথা কওঁ। আপুনি তৎসম-তদ্ভৱ শব্দৰ বিষয়ে মোক বহু কথা ক'লে। তাৰ তুলনাত থলুৱা শব্দৰ কথা দেখোন বৰকৈ নক'লে।

অকণে মন্তব্য কৰিলে।

— নোকোৱা নহয়; অৱশ্যে কমকৈ কৈছোঁ। ইয়াৰ কাৰণো নোহোৱা নহয়। তই মন কৰিছ নিশ্চয়, — ইংৰাজী, বাংলা, হিন্দী আদি শব্দৱ হেঁচাত থলুৱা শব্দৰ প্ৰয়োগ আজিকালি কমি আহিছে। বিদেশী শব্দৰ ব্যৱহাৰত আপত্তি কৰিবলগীয়া নাই। কিন্তু চাব লাগিব, সেইবোৰে থলুৱা শব্দবোৰক যাতে গ্ৰাস কৰি নেপেলায়। যিবোৰ শব্দ আমাৰ ভাষাত ইতিমধ্যে খুটি পুতি বহিছে, সেইবোৰৰ কথাতো বাদেই, আমাৰ ভাষাত নথকা উপযুক্ত ভাৱ -প্ৰকাশক শব্দবোৰো বিদেশী ভাষাৰ পৰা আমি ল'ব লাগিব। সেইবুলি হোৱাই নোহোৱাই বিদেশী শব্দ গিলিবলৈ ল'লে আমাৰ ভাষাটোৰ বদহজম হোৱাৰহে সম্ভাৱনা।

প্ৰতিটো ভাষাৰে এটা কালিকা, ভাৱপ্ৰকাশৰ এটা নিজা ভঙ্গিমা থাকে। এই ভঙ্গিমা বা ঠাঁচটোৱেই হ'ল এটা ভাষাৰ স্বকীয়তাৰ পৰিচয়। বিদেশী শব্দ, বিদেশী ভাষাৰ হেঁচাত এই ঠাঁচটো চেপেটা পৰিলে সি দুখৰ কথা হ'ব। ইংৰাজী বাক্যৰ গঠন শৈলীয়ে আমাৰ ভাষাটোক কিদৰে প্ৰভাৱিত কৰিছে তাৰ দুটামান উদাহৰণ তোক দিওঁ:

### ইংৰাজী বাক্য-গাঁথনিৰ হেঁচা

| লিখা হয় | লিখিলে ভাল |
| --- | --- |
| মই যিমানদূৰ জানো, তাৰ চৰিত্ৰ ভাল নহয়। | মই জনাত তাৰ চৰিত্ৰ ভাল নহয়। |
| মই সিমানখিনিহে জানো, সিমানখিনি আপোনালোকেও জানে। | আপোনালোকে যিমান জানে, ময়ো সিমানেই জানো। |
| মই কৈছিলো যে সি আজি আহিব। | সি আজি আহিব বুলি মই কৈছিলো। |
| মই যি গম পাইছোঁ, সি কামটো নকৰিব। | সি কামটো নকৰে বুলি মই গম পাইছোঁ। |
| শংকৰদেৱৰ ওপৰত এখন ৰচনা লিখা। | শংকৰদেৱৰ বিষয়ে এখন ৰচনা লিখা। |
| সবাহলৈ যাবলৈ মই সময় কৰিব নোৱাৰিলো। | সবাহলৈ যাবলৈ মই সময় উলিয়াব নোৱাৰিলো। |

অৱশ্যে আমাৰ ভাষাৰ বাক্য-গাঁথনিৰ ওপৰত হেঁচা নেপেলোৱাকৈ ভালেমান ইংৰাজী শব্দ তথা বাক্যাংশ আদিত ৰূপত আমাৰ ভাষাত ইতিমধ্যে জাহ গৈছে। যেনে—

উদাহৰণস্বৰূপে (for example); আনহাতে (on the other hand); এই প্ৰসঙ্গত (in this context); যিমান দূৰ সম্ভৱ (as far as possible); অংশ গ্ৰহণ কৰ (to take part); প্ৰশ্ন নুঠে (the question doesnot arise); সিংহভাগ (lion's share); সোণালী সুযোগ (golden opportunity); হাতঘড়ী (wrist watch); বিশ্ববিদ্যালয় (university); মাতৃভূমি (motherland); পাদপ্ৰদীপ (fool light); ইত্যাদি। এইবোৰক আমি আপোন বুলি সাবটি ল'ব লাগিব।

### বাংলা শব্দ আৰু বাক্য-গাঁথনিৰ হেঁচা

ভাৰতীয় ভাষাবিলাকৰ ভিতৰত বাংলা শব্দ আৰু বাক্য-গাঁথনিৰ প্ৰভাৱ আমাৰ ভাষাত আটাইতকৈ বেছি। তাৰে গোটাচেৰেক উদাহৰণ মই ইতিমধ্যে দিছোঁ। থিতাতে মনলৈ অহা আৰু দুটামান দৃষ্টান্ত তোক কওঁ।

| লিখা হয় | লিখা উচিত |
| --- | --- |
| তাক গালি নিদিবা। | তাক গালি নাপাৰিবা। |
| ফুল ফুটিছে। | ফুল ফুলিছে। |
| বেগুনী বং মই ভাল পাওঁ। | মই বেঙুনীয়া বং ভাল পাওঁ। |

| | |
|---|---|
| মনে কৰা, সংখ্যাটো দহ। | ধৰা (ধৰি লোৱা), সংখ্যাটো দহ। |
| মই কথাটো শুনা পাইছোঁ। | মই কথাটো শুনিছোঁ। |
| হৰি ও মধু শুই আছে। | হৰি আৰু মধু শুই আছে। |
| ৰামও শুই আছে। | ৰামো শুই আছে। |
| এতিয়া দুটা বাজিছে। | এতিয়া দুই বাজিছে। |
| বস্তুটো মোৰ কামত লাগিব। | বস্তুটো মোৰ কামত আহিব। |
| এই বিষয়ত তাৰ লগত শলা-পৰামৰ্শ কৰিবা। | এই বিষয়ত তাৰ লগত আলোচনা কৰিবা। |
| মোট কথা, সি নাযাম বুলি ক'লে। | মুঠতে সি নাযাওঁ বুলি ক'লে। |
| যা হওক, তেওঁৰ কথা শুনি মই ভাল পালো। | সি যি কি নহওক, তেওঁৰ কথা শুনি মই ভাল পালো। |
| তুমি মোক অহাকালি লগ কৰিবা। | তুমি মোক কাইলৈ (বা কালিলৈ) লগ ধৰিবা। |
| সি হাবুডুবু খাই আছে। | সি কৰুবকাই আছে। |
| চোলাটোৰ মাপ লোৱা। | চোলাটোৰ জোখ লোৱা। |
| গাড়ীখন ইয়াত থামিব। | গাড়ীখন ইয়াত ৰ'ব। |

তোক আৰু এটা উদাহৰণ দিওঁ:

'মই ভাত খাম জানো ?' বা 'মই ভাত খামনে ?'— এনে বাক্যৰ সলনি আজিকালি চলিবলৈ লৈছে 'মই কি ভাত খাম ?'— এনে বাক্য। বাংলাভাষী লোকেহে এনেকৈ কয়। 'মই কি ভাত খাম ?'—শুধ অসমীয়া এই বাক্যটোৰ অৰ্থ হ'ল 'মই কেনেধৰণৰ ভাত খাম ?' (পঁইতা ভাত, নে জকৰা ভাত ?) গতিকে 'মই ভাত খামনে ?' এনে অৰ্থত 'মই কি ভাত খাম ?'— এনে বাক্য ব্যৱহাৰ নকৰিবি।

### হিন্দী ভাষাৰ প্ৰভাৱ

আমাৰ ভাষাত হিন্দী ভাষাৰ প্ৰভাৱো আজিকালি বাঢ়িছে। দুটামান উদাহৰণ—

| লিখা হয় | লিখা উচিত |
|---|---|
| আজি সি ভাত বনালে। | আজি সি ভাত ৰান্ধিলে। |
| চাহ একাপ বনোৱা। | চাহ একাপ কৰা। |
| সি বহু কষ্ট কৰি ঘৰটো বনাইছে। | সি বহু কষ্টেৰে ঘৰটো সাজিছে। |
| ৰবিবাৰৰ বজাৰত সস্তাতে চব্জি পোৱা যায়। | দেওবৰীয়া হাটত সস্তাতে শাক-পাচলি পায়। |
| মই এই বিষয়ে বিচাৰ -বিমৰ্শ কৰি আছোঁ। | মই এই বিষয়ে গুণা-গঁথা কৰি আছোঁ। |

আমাৰ ভাষাত বিভক্তিৰ বেমেজালিও বেছ দেখা যায়। দুটামান উদাহৰণ—

| লিখা হয় | লিখা উচিত |
|---|---|
| ক'ত গৈছিলি ? | কলৈ গৈছিলি ? |
| স্কুল গৈছিলো। | স্কুললৈ গৈছিলো। |
| মই আজি ঘৰত যাম। | মই আজি ঘৰলৈ যাম। |
| সি যাব এৰিলে। | সি যাবলৈ এৰিলে। |
| সি স্কুল যাব এৰিলে। | সি স্কুললৈ যাবলৈ (বা যাব) এৰিলে। |
| এনে বস্তু খাবলৈ নেপায়। (খোৱা অনুচিত অৰ্থত) | এনে বস্তু খাব নাপায়। |
| তেওঁ নিজ কৰ্মৰে সাফল্য আৰ্জিছে। | তেওঁ নিজ কৰ্মেৰে সাফল্য আৰ্জিছে। |
| হৰি ঘৰলৈ গৈ ভাত খালে। | হৰিয়ে ঘৰলৈ গৈ ভাত খালে। |
| হৰি স্কুললৈ আৰু মই ঘৰলৈ গ'লো। | হৰি স্কুললৈ গ'ল আৰু মই ঘৰলৈ গ'লো। (বা হৰি গ'ল স্কুললৈ আৰু মই গ'লো ঘৰলৈ) |
| তুমি বস্তুটো বিচৰা। | তুমি বস্তুটো বিচাৰা। (কিন্তু 'তুমি বিচৰা বস্তুটো'।) |

নামনি অসমৰ কথিত ভাষাৰ প্ৰভাৱত পৰি কোনো কোনোৱে 'হেঁতেন' শব্দৰ ঠাইত 'হয়' বুলি লিখে। যেনে— 'মই তাক চৰিয়ালো হয়'।

এনেদৰে 'হয়' ব্যৱহাৰ কৰিলে বাক্যৰ অৰ্থ হয়গৈ সুকীয়া। যেনে— 'মই তাক চৰিয়ালো হয়, কিন্তু সি নাকান্দিলে।' গতিকে 'হেঁতেন' অৰ্থত 'হয়' ব্যৱহাৰ নকৰাই ভাল।

—খুড়া, তাৰ মানে আপুনি কামৰূপী শব্দ গ্ৰহণৰ বিপক্ষে।

অকণে মাত লগালে।

— শব্দ গ্ৰহণৰ বিপক্ষে নহয়। বৰং কেৱল কামৰূপীয়া ভাষাৰে নহয়, অসমৰ বিভিন্ন গোষ্ঠীয়ে কোৱা ভাষাৰ শব্দ অসমীয়া ভাষাত যিমান পাৰি সুমুৱাই লোৱাৰ মই পক্ষপাতী। কিন্তু নামনি অসমৰ কথিত ভাষা অসমীয়া ভাষাৰ লিখিত ৰূপ নহয়। গতিকে নামনি অসমত ভাষাৰ কথিত বাক্য-শৈলী গল্প উপন্যাসত কেতিয়াবা কোনোবাই ব্যৱহাৰ কৰিলেও প্ৰবন্ধ-পাতি আদিত তাক ব্যৱহাৰ নকৰাই মঙ্গল।

পুনৰ আগৰ কথালৈ আহোঁ। বিদেশী ভাষাৰ প্ৰকোপত তিষ্ঠিব নোৱাৰা হোৱা অথচ যথাৰ্থ ভাৱ-প্ৰকাশক অনেক সবল শব্দ আৰু জতুৱা ঠাঁচ আমাৰ ভাষাত আছে। আমি সেইবোৰ ব্যৱহাৰ কৰা উচিত। আমাৰ ভাষাৰ সোৱাদ তথা কালিকা ৰক্ষা পাব তেতিয়াহে। এনে ধৰণৰ দুটামান শব্দ আৰু জতুৱা ঠাঁচৰ উদাহৰণ তোক দিওঁ:

| **সচৰাচৰ লিখা হয়** | **লিখিলে ভাল** |
|---|---|
| মই আজি বাৰীখন চাফা কৰিলো। | মই আজি বাৰীখন চিকুণালো। |
| সি শাকনিখনৰ বনবিলাক উঘালিছে। | সি শাকনিখন নিৰাইছে। |
| মায়ে ঝাড়ুডালেৰে চোতাল সাৰিছে। | মায়ে বাঢ়নীটাৰেৰে চোতাল সাৰিছে। |
| ঘৰ চাফা কৰা ঝাড়ুডাল ক'ল ? | ঘৰ সৰা শোটাটাৰ ক'ত ? |
| তেখেতে মোক বেছ প্ৰশংসা কৰিলে। | তেখেতে মোক বেছ শলাগিলে। |
| সি খুব পুৱাতে ওলালহি। | সি কাহিলি পুৱাতে (বা দোকমোকালিতে) ওলালহি। |
| কিনকিনাই বৰষুণ দিছে। | বৰষুণ কণিয়াইছে। |
| সি চুলি আঁচুৰিছে। | সি মূৰ ফণিয়াইছে। |
| ৰামে পানী গৰম কৰিছে। | ৰামে পানী তপতাইছে। |
| মই এটা কাঁহ মৰাত সি ওলাই আহিল। | মই গলহেকাৰি এটা মৰাত সি ওলাই আহিল। |
| সি বহুত তেজ বমি কৰিলে। | সি হোলোকা- হোলোকে তেজ বতিয়ালে। |
| মদৰ নিচাত তাৰ জিভা নুঘূৰা হ'ল। | মদৰ নিচাত তাৰ জিভা দোৰোল খালে। |

এনে ধৰণৰ অজস্ৰ থলুৱা শব্দ আৰু খণ্ডবাক্য আমাৰ আছে। এইবোৰ প্ৰয়োজনবোধে ব্যৱহাৰ কৰিবি।

আৰু এটা কথা কওঁ। আমাৰ ভাষাটো ঘাইকৈ সংস্কৃতমূলক। সেইবুলি থলুৱা শব্দেৰে গঠিত বাক্য এটাত ঘপহ্ কৰে এটা টান সংস্কৃত শব্দ সুমুৱাই দিব নালাগে। তেনে কৰিলে বাক্যটো অশুৱলা হয়। যেনে— 'আমাৰ ঘৰৰ নিকটৱৰ্তী গাঁওখনত জুই লাগিছিল'; 'তদানীন্তন যুগৰ মানুহবিলাক সোৰোপা আছিল'। বাক্য দুটাত 'নিকটৱৰ্তী'ৰ সলনি 'ওচৰৰ' আৰু 'তদানীন্তন'ৰ সলনি 'তেতিয়াৰ' বা 'তাহানি' শব্দহে খাপ খায়।

এনেয়ো সাধাৰণ ভাৱ প্ৰকাশক বাক্যবোৰত টান সংস্কৃত শব্দ ব্যৱহাৰ নকৰাই উচিত। তেনে কৰিলে আমাৰ ভাষাটোৰ কালিকা কমে। 'তাৰ ঘৰখনৰ অতীৱ শোচনীয় অৱস্থা দেখা পায় অত্যন্ত দুঃখিত হ'লো'।

— এইবুলি নকৈ 'তাৰ ঘৰখনৰ লঠংঠং অৱস্থাটো দেখি মোৰ বৰ দুখ লাগিল'— এনে ধৰণে ক'লেহে আমাৰ ভাষাৰ নিজত্ব প্ৰকাশ পায়। এনে ধৰণৰ আৰু দুটা বাক্য—

| | |
|---|---|
| তেওঁ ক্ৰোধান্বিত হৈ ত্বৰিত গতিৰে গমন কৰিলে। | তেওঁ খং কৰি ফোঁ-ফোঁৱাই গুচি গ'ল। |

| | |
|---|---|
| কুকুৰটো ভীত হৈ ত্বৰিত গতিৰে পলায়ন কৰিলে। | কুকুৰটোৱে ভয় খাই ভিৰাই লৰ মাৰিলে। |

অৱশ্যে বিষয়-বস্তু গহীন হ'লে সংস্কৃত শব্দহে ব্যৱহাৰ্য। যেনে—
'কোনো বস্তুৰ বল প্ৰয়োগ কৰিলে বস্তুটো সাধাৰণতে ত্বৰণপ্ৰাপ্ত হয়।'
'প্ৰাক্ ব্ৰিটিছ্ যুগৰ অসমীয়া সমাজখন আছিল ত্বৰাহীন, নিস্তৰঙ্গ।'

শুদ্ধ অথচ শুৱলা বাক্য কিদৰে গঢ়িব লাগে, একোটা বাক্যত একোটা শব্দ সাৰ্থকভাৱে কিদৰে প্ৰয়োগ কৰিব লাগে, — এনেবিলাক কথা ব্যাকৰণৰ নিয়মেৰে কোনেও কাকো বুজাই দিব নোৱাৰে। তাৰ বাবে প্ৰয়োজন অভ্যাস আৰু পৰিশ্ৰম, অধ্যয়ন আৰু মনন। কিন্তু শুৱলা নহ'লেও শুদ্ধ আখৰ -জোঁটনিৰে শুদ্ধ বাক্য লিখা কঠিন কাম নহয় আৰু তাৰ বাবে চেষ্টা কৰা সকলোৰে কৰ্তব্য।

ইমানলৈকে কৈ খুড়াই অকণক দিয়া বানান -শিক্ষাৰ সেইদিনা সামৰণি পেলালে।

# পৰিশিষ্ট— ১

## (ক) আখৰ জোঁটাওতে সচৰাচৰ ভুল হোৱা কিছুমান শব্দ

| ভুল | শুদ্ধ | ভুল | শুদ্ধ |
|---|---|---|---|
| অঞ্জলী | অঞ্জলি | অহোৰাত্ৰি | অহোৰাত্ৰ |
| অতলস্পৰ্শী | অতলস্পৰ্শ | আকাংখা | আকাঙ্ক্ষা |
| অতীষ্ঠ | অতিষ্ঠ | আকুতি | আকৃতি |
| অত্যাধিক | অত্যধিক | আঘাট | আঘাত |
| অদ্ভুত | অদ্ভুত | আঙুলীয়াই | আঙুলিয়াই |
| অধোন্নতি | অধোগতি, অধোনতি, অৱনতি | আনুসংগিক | আনুষঙ্গিক |
| অধ্যূষিত | অধ্যুষিত | আৰোহন | আৰোহণ |
| অনন্তকালৰ পৰা | অনাদি কালৰ পৰা | আৰ্জন | অৰ্জন |
| অনুসূচীত | অনুসূচিত | আয়ত্ব | আয়ত্ত |
| অনুস্থান | অনুষ্ঠান | উচৰ্গা | উছৰ্গা |
| অন্তৰ্ভূক্ত | অন্তৰ্ভুক্ত | উচ্ছাস | উচ্ছ্বাস |
| অন্তস্থ | অন্তঃস্থ | উজ্বল | উজ্জ্বল |
| অন্নপ্ৰসন্ন | অন্নপ্ৰাসন | উদীপ্ত | উদ্দীপ্ত |
| অপবাহ্ন | অপৰাহ্ন | উদ্‌গীৰণ | উদ্‌গিৰণ |
| অবাঞ্ছিত | অবাঞ্ছিত | উদ্বোধন | উদ্বোধন |
| অভিলাস | অভিলাষ | উদ্ভূত | উদ্ভূত |
| উদ্যোগিক | ঔদ্যোগিক | ওতঃপ্ৰোত | ওতপ্ৰোত |
| উধৃতি | উদ্ধৃতি | ঔদ্যোগীকৰণ | উদ্যোগীকৰণ |
| উনবিংশ | ঊনবিংশ | কণিষ্ঠ | কনিষ্ঠ |
| উনানব্বৈ | ঊননব্বৈ | কটুক্তি | কটূক্তি |
| উপনিৱেশিক | ঔপনিৱেশিক | কৰ্তাকাৰক | কৰ্তৃকাৰক |
| উপন্যাসিক | ঔপন্যাসিক | কল্যাণবৰ | কল্যাণীয়বৰ |
| উফৰাই | ওফৰাই | কাকুতি | কাকূতি |
| উভটি | উভতি | কাণু | কানু |
| উভতাই | ওভতাই | কুছুটীয়া | কৃছুটীয়া |
| উৰ্ধ | ঊৰ্ধ্ব | কৃচ্ছসাধন | কৃচ্ছ্রসাধন |
| উলম্ব | উল্লম্ব | কেয়ুৰ | কেয়ূৰ |
| উল্লেখিত | উল্লিখিত | কৌতুহল | কৌতূহল |

| | | | |
|---|---|---|---|
| উশৃংখল | উচ্ছৃঙ্খল | খুতিনাতি | খুটিনাটি |
| উষৰ | উষৰ | গড্ডালিকা | গড্ডলিকা |
| উহ্য | উহ্য | গণ্ডুষ | গণ্ডূষ |
| একছত্রী | একচ্ছত্রী | গধুলি | গধূলি |
| একত্রিকৰণ | একত্রীকৰণ | গাঁঠনি | গাঁথনি |
| একাকীত্ব | একাকিত্ব | গীতাঞ্জলী | গীতাঞ্জলি |
| একেখাৰে | একাধাৰে | চন্দ্রতাপ | চন্দ্রাতপ |
| এদাল | এডাল | ঐশ্চর্য | ঐশ্বর্য |
| চলচিত্র | চলচ্চিত্র | দুৰুহ | দুৰূহ |
| চলমান | চলন্ত | দুর্ণাম | দুর্নাম |
| চুলাকৰণ | চূড়াকৰণ | দুর্বিসহ | দুর্বিষহ |
| চুচুৰীয়া | চূচুৰীয়া | দুস্থ | দুঃস্থ |
| জাত্যাভিমান | জাত্যভিমান | দূর্গা | দুর্গা |
| জ্ঞাতার্থে | জ্ঞানার্থে | দূৰবীন | দূৰবীণ |
| টঙাই | তঙাই | দৈর্ঘ | দৈর্ঘ্য |
| ঠিৰাং | থিৰাং | দোদোল্যমান | দোদুল্যমান |
| ঠিয় | থিয় | দ্বন্দ | দ্বন্দ্ব |
| ডবাপিটা | দবাপিটা | ধূলিস্যাৎ | ধূলিসাৎ |
| ডাণ্ডি | দাণ্ডি | নঞার্থক | নঞর্থক |
| ডেকাগিৰি | ডেকাগিৰী | নাঁৰেৰে | নাৰেৰে |
| তত্ব | তত্ত্ব | নাইকীয়া | নাইকিয়া |
| তপৰাই | টপৰাই | নামাকৰণ | নামকৰণ |
| তুচ্চ | তুচ্ছ | নায্য | ন্যায্য |
| তেজস্ক্রিয় | তেজস্ক্রিয় | নিক্কন | নিক্কণ |
| ত্রিভূজ | ত্রিভুজ | নিচলা | নিছলা |
| ক্রুটী (টি) | ত্রুটী (টি) | নিচ্ছিন্ন | নিশ্চিহ্ন |
| দিবাৰাত্রি | দিবাৰাত্র | নিৰবিচ্ছিন্ন | নিৰৱচ্ছিন্ন |
| দুৰাৱস্থা | দুৰৱস্থা | নিৰলস | নিৰালস্য |
| নিৰৱ | নীৰৱ | নিৰস | নীৰস |
| নিৰস্ত্রীকৰণ | নিৰস্ত্রকৰণ | পূণ্য | পুণ্য |
| নিৰূপন | নিৰূপণ | পূর্বাহ্ন | পূর্বাহ্ণ |
| নিৰোগ | নীৰোগ | পৃথকীকৰণ | পৃথক্কৰণ |
| | | পৌৰহিত্য | পৌৰোহিত্য |
| নুন্যতম | ন্যূনতম | পৈত্রিক | পৈতৃক |
| নুপুৰ | নূপুৰ | প্রজ্জ্বলন | প্রজ্বলন |
| নৈশব্দ | নৈঃশব্দ্য | প্রতিযোগীতা | প্রতিযোগিতা |

| | | | |
|---|---|---|---|
| পদুলি | পদূলি | প্ৰতিস্থা | প্ৰতিষ্ঠা |
| পবায়ন | পৰায়ণ | প্ৰতিস্থান | প্ৰতিষ্ঠান |
| পৰিপক্ক | পৰিপক্ক | প্ৰবজন | প্ৰব্ৰজন |
| পৰিবহ্ন | পৰিব(ৱ)হণ | প্ৰভূ | প্ৰভু |
| পৰিমান | পৰিমাণ | প্ৰৱন্ধ | প্ৰবন্ধ |
| পৰিমান | পৰিমাণ | প্ৰবহ্মান | প্ৰব(ৱ)হমান |
| পৰিস্কাৰ | পৰিষ্কাৰ | প্ৰৱল | প্ৰবল |
| পাপীষ্ঠ | পাপিষ্ঠ | প্ৰায়চিত্ত | প্ৰায়শ্চিত্ত |
| পুংক্ষানুপুংক্ষ | পুঙ্খানুপুঙ্খ | প্ৰাতিপাদিক | প্ৰাতিপদিক |
| পুণৰ | পুনৰ | বণিতা | বনিতা |
| পুনৰাভিনয় | পুনৰভিনয় | বধু | বধূ |
| পুনৰোদ্ধাৰ | পুনৰুদ্ধাৰ | বছেৰেকীয়া | বছৰেকীয়া |
| পুৰষ্কাৰ | পুৰস্কাৰ | বক্ষযুগল | স্তনযুগল |
| বাখ্যা | ব্যাখ্যা | ব্যুহ | ব্যূহ |
| বাচনি | বাছনি | ভনিতা | ভণিতা |
| বাঞ্চনীয় | বাঞ্ছনীয় | ভাগিৰথী | ভাগীৰথী |
| বানিজ্য | বাণিজ্য | ভুমুকি | ভূমুকি |
| বাৰান্দা | বাৰাণ্ডা | ভূমিস্যাৎ | ভূমিসাৎ |
| বিদুষী | বিদূষী | ভূমিস্থ | ভূমিষ্ঠ |
| বিপনি | বিপণি | ভূল | ভুল |
| বিপদগ্ৰস্থ | বিপদগ্ৰস্ত | ভূৱন | ভুৱন |
| বিবাদমান | বিবদমান | ভোগালি | ভোগালী |
| বিষণ্ন | বিষন্ন | | |
| বিসম্বাদী | বিসংবা(ৱা)দী | ভৌগলিক | ভৌগোলিক |
| বুদ্ধিজীৱি | বুদ্ধিজীৱী | ভ্ৰুক্ষেপ | ভ্ৰূক্ষেপ |
| বৃহত্ব | বৃহত্ত্ব | ভ্ৰাম্যমান | ভ্ৰাম্যমাণ |
| বেনু | বেণু | মনলোভা | মনোলোভা |
| বৈচিত্ৰ | বৈচিত্ৰ্য | মন্ত্ৰীত্ব | মন্ত্ৰিত্ব |
| বৈয়াকবণিক | বৈয়াকৰণ | মৰুদ্যান | মৰূদ্যান |
| বৈশিষ্ট | বৈশিষ্ট্য | মৰ্যদা | মৰ্যাদা |
| ময়ুৰ | ময়ূৰ | মহত্ব | মহত্ত্ব |
| ব্যাভিচাৰ | ব্যভিচাৰ | মহাৰাজা | মহাৰাজ, মহাৰজা |
| মাননী | মাননি | লঘূ | লঘু |
| মুখামুখী | মুখামুখি | লক্ষী | লক্ষ্মী |
| মুদ্ৰন | মুদ্ৰণ | লক্ষ্মীমন্ত | লক্ষ্মীৱন্ত |
| মুমুৰ্ষু | মুমূৰ্ষু | লক্ষ্যনীয় | লক্ষণীয় |

| | | | |
|---|---|---|---|
| মুহুর্ত | মুহূর্ত | লাগতীয়াল | লাগতিয়াল |
| মুষিক | মূষিক | লাঞ্চনা | লাঞ্ছনা |
| মৃখ্য | মুখ্য | শয্যাশয়ী | শয্যাশায়ী |
| মৃৰব্বী | মুৰব্বী | শানিত | শাণিত |
| মূর্ধণ্য | মূর্ধন্য | শান্তনা | সান্ত্বনা |
| মূল্যাংকণ | মূল্যাঙ্কন | | |
| ম্রিয়মান | ম্রিয়মান | শাৰিৰীক | শাৰীৰিক |
| মৃন্ময় | মৃণ্ময় | শিৰচ্ছেদ | শিৰশ্ছেদ |
| যথেষ্ঠ | যথেষ্ট | শৃণ্য | শূন্য |
| যদ্যাপি | যদ্যপি | শ্রদ্ধাঞ্জলী | শ্রদ্ধাঞ্জলি |
| যধেমধে | জধেমধে | ষড়দর্শন | ষড়্‌দর্শন |
| যেহেতু | যিহেতু | ষড়ৰিপু | ষড়্‌ৰিপু |
| ৰঙালি | ৰঙালী | ষষ্ঠদশ | ষোড়শ |
| ৰুচিবান | ৰুচিমান | সংঘাট | সংঘাত |
| ৰূপায়ন | ৰূপায়ণ | সংস্কৃতিবান | সংস্কৃতিমান |
| লঘুকৰণ | লঘূকৰণ | সত্ব | সত্ত্ব |
| সত্ত্বা | সত্তা | স্বায়ত্ব | স্বায়ত্ত |
| সন্যাসী | সন্ন্যাসী | | |
| সমীচিন | সমীচীন | হিজিবিজি | হিবিজিবি |
| সাংঘাটিক | সাংঘাতিক | ক্ষীপ্র | ক্ষিপ্র |
| সম্বাদ | সংবা(ৱা)দ | ক্ষুন্ন | ক্ষুণ্ণ |
| সর্বজানিক | সার্বজনিক | সর্বাঙ্গীন | সর্বাঙ্গীণ |
| সামন্তৰিক | সামান্তৰিক | সান্তাব্য | সম্ভাব্য |
| সাৰধানী | সাৰধান | সাহার্য | সাহায্য |
| সিচঁৰিত | সিঁচৰতি | সুতা | সূতা |
| স্রজন | সৃজন (সর্জন) | স্বতস্ফূর্ত | স্বতঃস্ফূর্ত |
| স্বত্ত | স্বত্ব | স্বত্তেও | সত্ত্বেও |
| স্বয়ম্বৰ | স্বয়ংবৰ | স্বাধীনোত্তৰ | স্বাধীনতা-উত্তৰ |

## (খ) উপাধি, নাম আদিৰ ভুল

| ভুল | শুদ্ধ | ভুল | শুদ্ধ |
|---|---|---|---|
| অগ্যস্ত | অগস্ত্য | দধিচী | দধীচি |
| অনুসূয়া | অনসূয়া | দিগেন্দ্র | দিগিন্দ্র |
| অম্বিকাগিৰি | অম্বিকাগিৰী | দীপাংকৰ | দীপংকৰ |

| | | | |
|---|---|---|---|
| আনন্দগিৰী | আনন্দগিৰি | নেহেৰু | নেহ্ৰু |
| | | পাকিস্থান | পাকিস্তান |
| আফগানিস্থান | আফগানিস্তান | পানিনি | পাণিনি |
| ওলিভাৰ টি. | অ'লিভাৰ টি. | পুতনা | পূতনা |
| কট্টৰ | কাটাৰ | প্ৰিয়ম্বদা | প্ৰিয়ংব(ৱ)দা |
| কপিলাবস্তু | কপিলৱাস্তু | | |
| কৰণ সিং | কৰ্ণ সিং | ফকৰুদ্দিন | ফখ্ৰুদ্দিন |
| কৰ্ণাচল | কম্বাচল | বলিন্দ্ৰ | বলীন্দ্ৰ |
| কেৰেলা | কেৰল | বৰ্মণ | বৰ্মন |
| কোনাৰক | কোণা(না)ৰ্ক | বামুনীমৈদান | বামুণীমৈদাম |
| গাভাস্কাৰ | গাৱস্কৰ | | |
| গোখ্লে | গোখলে | বাল্মিকী | বাল্মীকি |
| জাহ্নু | জহ্নু | ভাগৱত গীতা | ভগৱদ্গীতা |
| টলষ্টয় | টল্ষ্টয় | ভাগিৰথী | ভাগীৰথী |
| ডেৰগাঁও | দেৰগাঁও | ভেংকটৰমন | ৱেংকটৰমণ |
| ঢকুৱাখানা | ঢকুৱাখনা | | |
| যোগবশিষ্ঠ | যোগৱাশিষ্ঠ | | |
| (ৰামায়ণ) | (ৰামায়ণ) | | |
| লক্ষ্ণৌ | লখ্নৌ | শোৱালকুচি | শোৱালকুছি |
| শুক্ৰেশ্বৰ | শুক্ৰেশ্বৰ | সৰ্বপল্লী | সৰ্বেপল্লী |
| | | (ৰাধাকৃষ্ণণ) | (ৰাধাকৃষ্ণণ) |
| স্যামন্ত | স্যমন্ত | স্বৰণ সিং | স্বৰ্ণ সিং |

## (গ) কিছুমান অসাধু শব্দ

| অসাধু | সাধু | অসাধু | সাধু |
|---|---|---|---|
| অনাটন | অনটন | ঐক্যতান | ঐকতান |
| আভ্যন্তৰীণ | অভ্যন্তৰীণ | ঐক্যমত | ঐকমত্য |
| ইতিপূৰ্বে | ইতঃপূৰ্বে | কিম্বা | কিংবা(ৱা) |
| উপৰোক্ত | উপৰি-উক্ত | খোদিত | ক্ষোদিত |
| জাগৃত্তি | জাগৰ্ত্তি | তাৰোপৰি | তদুপৰি |
| দুখিত | দুঃখিত | দোষণীয় | দূষণীয় |
| নিন্দুক | নিন্দক | পণ্ডিতমন্য | পণ্ডিতম্মন্য |
| পাশ্চাত্য | পাশ্চাত্ত্য | প্ৰহ্লাদ | প্ৰহ্লাদ |
| বিকিৰিত | বিকীৰ্ণ | যৌতক | যৌতুক |

| | | | |
|---|---|---|---|
| ৰামধেনু | ৰামধনু | শাখিনী | শাকিনী |
| সন্মতি | সম্মতি | সন্মান | সম্মান |
| সন্মানীয় | সম্মাননীয় | সন্মিলন | সম্মেলন |
| সমসাময়িক | সামসময়িক | সম্বৰ্ধনা | সংব(ৱ)ৰ্ধনা |
| সম্বলিত | সংব(ৱ)লিত | সাৰ্বজনীন | সৰ্বজনীন |
| হীনমন্য | হীনম্মন্য | | |

## (ঘ) কেতবোৰ বাহুল্যদুষ্ট শব্দ

| লিখা হয় | লিখা উচিত | লিখা হয় | লিখা উচিত |
|---|---|---|---|
| অশ্ৰুজল | অশ্ৰু | দৈন্যতা | দৈন্য, দীনতা |
| আতিশয্যতা | আতিশয্য, অতিশযতা | নিজস্বতা | নিজত্ব |
| আযত্তাধীন | আয়ত্ত, অধীন | নিম্নোল্লেখিত | নিম্নলিখিত |
| আৱশ্যকীয়তা | আৱশ্যকতা | নিৰপৰাধী | নিৰপৰাধ |
| | | নিৰোগী | নীৰোগ |
| উৎকৰ্ষতা | উৎকৰ্ষ | পাশৱিক | পাশৱ |
| উৎকৃষ্টতম | উৎকৃষ্ট | প্ৰসাৰতা | প্ৰসাৰ |
| উদ্বিগ্নতা | উদ্বেগ | ফলশ্ৰুতি | ফল, পৰিণাম |
| | | বস্তুনিষ্ঠতা' | বস্তুনিষ্ঠা |
| একত্ৰিত | একত্ৰ | বাহুল্যতা | বাহুল্য, বহুলতা |
| কনিষ্ঠতম | কনিষ্ঠ | বাহ্যিক | বাহ্য |
| কাৰ্যকলাপ বিলাক | কাৰ্যকলাপ | বিবিধপ্ৰকাৰ | বিবিধ, নানা প্ৰকাৰ |
| কেৱলমাত্ৰ | কেৱল, মাত্ৰ | বিশৃংখলতা | বিশৃঙ্খলা |
| তথাপিও | তথাপি | ভাৰসাম্যতা | ভাৰসাম্য |
| তৃতীয়মান শ্ৰেণী | তৃতীয়মান, তৃতীয় শ্ৰেণী | মতদ্বৈধতা | মতদ্বৈধ |
| দাৰিদ্ৰতা | দাৰিদ্ৰ্য, দৰিদ্ৰতা | মানৱিকতা | মানৱতা |
| দুৰতিক্ৰম্য | দুৰতিক্ৰম | মাৰ্কিনী | মাৰ্কিন |
| দুৰ্বলী | দুৰ্বল | সখ্যতা | সখ্য |
| মেমনী | মেম | সমতুল্য | সমান, তুল্য |
| মৌনতা | মৌন | সম্ভ্ৰান্তশালী | সম্ভ্ৰমশালী, সম্ভ্ৰান্ত |
| যোৱা কালি | কালি | সম্ভাৱনীয়তা | সম্ভাৱনা |

| | | | |
|---|---|---|---|
| বাইজসকল | বাইজ | সাদৰেৰে | সাদৰে |
| শেষান্ত | শেষ, অন্তিম | সাহসিকতা | সাহস |
| মানদণ্ড | মান | সৌজন্যতা | সৌজন্য |
| শ্ৰেষ্ঠতম | শ্ৰেষ্ঠ | সকৰুণ | কৰুণ |
| সকৃতজ্ঞ | কৃতজ্ঞ | সকাতৰ | কাতৰ |

## (ঙ) উভয় বানান শুদ্ধ হোৱা কিছুমান শব্দ

| | | | |
|---|---|---|---|
| অৰণি | অৰণী | কুটিৰ | কুটীৰ |
| আঠা | এঠা | | |
| আস্কাৰ | এস্কাৰ | | |
| আৱলি | আৱলী | খড়্গ | খৰ্গ |
| ঊষা | উষা | গণ্ডি | গণ্ডী |
| কাকলি | কাকলী | গিৰিশ | গিৰীশ |
| কিংবদন্তি | কিংবদন্তী | চিঞাহি | চিয়াঁহী |
| কিসলয় | কিশলয় | চোষ্য | চূষ্য |
| | | তৰণি | তৰণী |
| তৰি | তৰী | মঞ্জৰি | মঞ্জৰী |
| | | মঞ্জুষা | মঞ্জূষা |
| তামুলী | তামূলী | মহাৰ্ঘ্য | মহাৰ্ঘ |
| ত্ৰুটি | ত্ৰুটী | | |
| দম্পতি | দম্পতী | মেঘালি | মেঘালী |
| দীপালি | দীপালী | লহৰি | লহৰী |
| ধমনি | ধমনী | শুভাশীষ | শুভাশিস |
| নিহাৰিকা | নীহাৰিকা | সৰণি | সৰণী |
| | | সিন্দুৰ | সেন্দুৰ |
| নিঃসঙ্কোচ | নিসঙ্কোচ | সূচি | সূচী |
| পদবি | পদবী | হাজাৰ | হেজাৰ |
| প্ৰত্যূষ | প্ৰত্যুষ | হিচাব | হিচাপ |
| পেশি | পেশী | বৰ্ণালি | বৰ্ণালী |
| বহিঃস্থ | বহিস্থ | বেদী | বেদি |
| ব্যৱসায়িক | ব্যাৱসায়িক | ব্যৱহাৰিক | ব্যাৱহাৰিক |
| ভঙ্গী | ভঙ্গি | ভবসা | ভাবসা |
| ভ্ৰূকুটী | ভ্ৰূকুটি | | |

## (চ) উভয় বানান শুদ্ধ বুলি ধৰিব পৰা কিছুমান নাম

| | | | |
|---|---|---|---|
| কালীৰাম | কালিৰাম | কাশীনাথ | কাশিনাথ |
| চণ্ডীদাস | চণ্ডিদাস | দণ্ডীৰাম | দণ্ডিৰাম |
| দেৱীদাস | দেৱিদাস | পাৰ্বতীপ্ৰসাদ | পাৰ্বতিপ্ৰসাদ |
| ফণীধৰ | ফণিধৰ | যোগীৰাজ | যোগিৰাজ |
| শশীপ্ৰভা | শশিপ্ৰভা | হলীৰাম | হলিৰাম |

## (ছ) উভয় বানান শুদ্ধ বুলি ধৰিব পৰা আন কিছুমান শব্দ

| | | | |
|---|---|---|---|
| কাছাৰী | কাছাৰি | গাড়োৱান | গাৰোৱান |
| কাজী | কাজি | গুড় | গুৰ |
| কাঠী | কাঠি | গ্ৰীক | গ্ৰিক |
| কাহ্নদী | কাহ্নদি | চকী | চকি (পহৰা দিয়া ঠাই অৰ্থত) |
| কোম্পানী | কোম্পানি | চুড়ী | চুড়ি |
| খৃষ্ট | খ্ৰিষ্ট | ছহিদ | চহিদ |
| জানুৱাৰী | জানুৱাৰি | টুপী | টুপি |
| দৰ্জী | দৰ্জি | ঝাড়ু | ঝাৰু |
| নিগাজী | নিগাজি | পাছ/পিছ | পাচ/পিচ |
| পাটী | পাটি | ফেব্ৰুৱাৰী | ফেব্ৰুৱাৰি |
| বস্তী | বস্তি | বিছনা | বিচনা |
| বৃটিছ | ব্ৰিটিছ | ভঁড়ালী | ভৰালী |
| ভাড়া | ভাৰা | ভাটী | ভাটি |
| ভেঁটী | ভেঁটি | মীৰ্জা | মিৰ্জা |
| মৌলবী | মৌলবি | ৰচী | ৰচি |
| লাঠী | লাঠি | শাড়ী | শাৰী |

# পৰিশিষ্ট— ২

## ব্যাকৰণৰ বাছকৰনীয়া পৰিভাষা

**বৰ্ণ**— কোনো ভাষাত থকা ধ্বনিসমূহৰ লিখিত ৰূপ বা প্ৰতীকেই হ'ল বৰ্ণ। বৰ্ণ দুই প্ৰকাৰৰ— স্বৰবৰ্ণ আৰু ব্যঞ্জনবৰ্ণ। স্বৰবৰ্ণৰ সহায় নোলোৱাকৈ ব্যঞ্জন বৰ্ণ উচ্চাৰণ কৰিব নোৱাৰি। আমাৰ ভাষাত

| | | | |
|---|---|---|---|
| অ | আ | ই | ঈ |
| উ | ঊ | ঋ | |
| এ | ঐ | ও | ঔ |

— এই এঘাৰটা হ'ল স্বৰবৰ্ণ। এইকেইটাৰ ভিতৰত অ, ই, উ, ঋ— এইকেইটাৰ উচ্চাৰণ হ্ৰস্ব; আ, ঈ, ঊ, এ— এইকেইটাৰ উচ্চাৰণ দীৰ্ঘ। ঐ আৰু ঔ— এই দুটা ক্ৰমে অ+ই আৰু অ+উ-ৰ যৌগিক ধ্বনি।

| | | | | |
|---|---|---|---|---|
| ক | খ | গ | ঘ | ঙ |
| চ | ছ | জ | ঝ | ঞ |
| ট | ঠ | ড | ঢ | ণ |
| ত | থ | দ | ধ | ন |
| প | ফ | ব | ভ | ম |
| য | ৰ | ল | ৱ | |
| শ | ষ | স | হ | ক্ষ |
| ড় | ঢ় | য় | | |
| ৎ | ং | ঃ | | |

— এই একচল্লিশটা হ'ল ব্যঞ্জনবৰ্ণ। এইকেইটাৰ ভিতৰত ং, ঃ আৰু ঁ স্বাধীন বৰ্ণ নহয়। ক্ষ-ক প্ৰকৃততে বৰ্ণমালাৰ ভিতৰত ধৰা অনুচিত, কাৰণ ই এটা যুক্তবৰ্ণ (ক্+ষ)। ৎ-ও ত্-ৰে এটা ৰূপ মাথোন।

ব্যঞ্জন বৰ্ণমালাৰ প্ৰথম পাঁচোটা বৰ্গক ক্ৰমে ক-বৰ্গ, চ-বৰ্গ, ট-বৰ্গ, ত-বৰ্গ আৰু প বৰ্গ বুলি কোৱা হয়। য/ৰ/ল/ৱ— এই চাৰিটা বৰ্ণক কোৱা হয় অন্তঃস্থ বৰ্ণ আৰু শ/ষ/স/হ— এই চাৰিটাক কোৱা হয় উষ্ম বৰ্ণ। আনহাতে, অনুস্বাৰ (ং) আৰু বিসৰ্গ (ঃ)— এই দুটাৰ নাম হ'ল অযোগবাহ বৰ্ণ। চন্দ্ৰবিন্দু (ঁ) অনুনাসিক ধ্বনিৰ চিন। ইয়াৰ ব্যৱহাৰ সংস্কৃত ভাষাত নাই। সেইদৰে ড়, ঢ় আৰু য়— এই তিনিটা বৰ্ণও সংস্কৃত ভাষাত নাই।

**প্ৰকৃতি**— শব্দৰ যি অংশক কোনো প্ৰকাৰে বিশ্লেষণ কৰা সম্ভৱ নহয়, তাক কোৱা হয় প্ৰকৃতি। প্ৰকৃতি দুই প্ৰকাৰৰ— নাম প্ৰকৃতি বা প্ৰাতিপদিক আৰু ধাতু প্ৰকৃতি বা ধাতু।

**প্ৰাতিপদিক**— বিভক্তি প্ৰত্যয় আদি যোগ নোহোৱা, ধাতুভিন্ন প্ৰকৃতিয়েই হ'ল নাম বা প্ৰাতিপদিক। যেনে— মানুহ, হৰি, চাউল।

**ধাতু**— বিভক্তি, প্ৰত্যয় আদি যোগ নোহোৱা, ক্ৰিয়াৰ ক্ষুদ্ৰতম ৰূপটোৱেই হ'ল ধাতু। ধাতু তিনি প্ৰকাৰৰ—

(ক) মৌলিক বা সিদ্ধ ধাতু; যেনে— খা, পঢ়, যা।

(খ) সাধিত ধাতু; যেনে— গুলিয়া, ভুকুৱা (নাম ধাতু); খুওৱা, পঢ়োৱা (পাঁচনী ধাতু)।

(গ) যৌগিক ধাতু; যেনে— খাই পেলা, পঢ়ি থাক।

**পদ**— বাক্যত ব্যৱহৃত বিভক্তিযুক্ত শব্দই হ'ল পদ। পদ পাঁচ প্ৰকাৰৰ— বিশেষ্য, বিশেষণ, সৰ্বনাম, ক্ৰিয়া আৰু অব্যয়।

(১) বিশেষ্য— যি পদে কোনো জাতি, ব্যক্তি, বস্তু, গুণ, অৱস্থা বা কামৰ নাম সূচায়, সি বিশেষ্য। যেনে— বাঘ, গৰু (জাতিবাচক বিশেষ্য); ৰাম, ৰামায়ণ (নামবাচক বিশেষ্য); মাটি, পানী (বস্তুবাচক বিশেষ্য); দয়া, মমতা (গুণবাচক বিশেষ্য); খাৱন, শোৱন (ক্ৰিয়াবাচক বিশেষ্য)।

(২) বিশেষণ— বাক্যত থকা কোনো পদৰ গুণ, ধৰ্ম, পৰিমাণ, অৱস্থা আদি বুজাবলৈ যি পদ ব্যৱহাৰ কৰা হয়, সি বিশেষণ। যেনে— ভাল, বেয়া (বিশেষ্যৰ বিশেষণ); অতি, নিচেই (বিশেষণীয় বিশেষণ); নিতৌ, খৰকৈ (ক্ৰিয়া বিশেষণ)।

(৩) সৰ্বনাম— বিশেষ্যৰ সলনি যি ব্যৱহৃত হয়, সি সৰ্বনাম। যেনে— তুমি, মই (ব্যক্তিবাচক সৰ্বনাম); কালিলৈ, কেতিয়া (কালবাচক সৰ্বনাম); ইয়াত, তাত (স্থানবাচক সৰ্বনাম); কিমান, সিমান (বিশেষণ সৰ্বনাম)।

(৪) ক্ৰিয়া— বাক্যত যি পদে কাম কৰা বুজায়, সি ক্ৰিয়া। যেনে— গৈছোঁ, আছিল (সমাপিকা ক্ৰিয়া); গৈ, থাকি (অসমাপিকা ক্ৰিয়া); খাইছে, কৰিছিল (সকৰ্মক ক্ৰিয়া); শুলে, কান্দে (অকৰ্মক ক্ৰিয়া)।

(৫) অব্যয়— কোনো বাক্যত যি পদ প্ৰত্যয়াদি যোগ নোহোৱাকৈ সদায় অপৰিৱৰ্তিত ৰূপত থাকে, সি অব্যয়। উদাহৰণ— আৰু, কিয়নো (সংযোজক অব্যয়); নাইবা, অথবা (বিযোজক অব্যয়); বাঃ, ছিঃ (ভাৱবাচক অব্যয়); বাৰু, এৰা (সমিধানবাচক অব্যয়); হে, হেৰা (সম্বোধনবাচক অব্যয়); সৈতে, বাবে (আনুষঙ্গিক অব্যয়)।

**বিভক্তি**— বাক্যত ব্যৱহাৰৰ উপযোগী কৰি তুলিবলৈ কোনো শব্দত নিজা অৰ্থ নথকা যি বৰ্ণ বা বৰ্ণাৱলী যুক্ত হয়, সি বিভক্তি। বিভক্তি দুই প্ৰকাৰৰঃ

প্ৰাতিপদিকৰ লগত যি যুক্ত হয়, সি শব্দবিভক্তি; যেনে— অলৈ (ঘৰলৈ), অত (ঘৰত), অক (ৰামক), ইত্যাদি।

ধাতুৰ লগত যি যুক্ত হয়, সি ক্ৰিয়া বিভক্তি; যেনে— ইছিলো (খাইছিলো), ওঁতে (খাওঁতে), অন (খাৱন), ইত্যাদি।

বিভক্তিযুক্ত নহ'লে কোনো শব্দ পদ হ'ব নোৱাৰে। কিন্তু বাক্যৰ কোনো কোনো পদত বিভক্তি কেতিয়াবা উহ্য হৈ থাকে। যেনে— ৰাম ঘৰলৈ গ'ল; ৰামে ভাত খালে; ৰাম দিল্লী পালেগৈ। এনেদৰে উহ্য হৈ থকা বিভক্তিৰ শূন্য বিভক্তি বুলি কোৱা হয়।

**কাৰক**— বাক্যত ক্ৰিয়া পদৰ লগত আন পদৰ সম্পৰ্কই হ'ল কাৰক। শব্দ বিভক্তি কাৰকৰ ওপৰত নিৰ্ভৰশীল।
**কৰ্তৃকাৰকত**— প্ৰথমা বিভক্তি ( *ৰামে* মাৰিছে)।
**কৰ্মকাৰকত**— দ্বিতীয়া বিভক্তি (ৰামে *হৰিক* মাৰিছে)।
**কৰণকাৰকত**— তৃতীয়া বিভক্তি (ৰামে হৰিক *হাতেৰে* মাৰিছে)।
**সম্প্ৰদানকাৰকত**— চতুৰ্থী বিভক্তি ( *আপোনালৈ* সেৱা; মই *তলৈ* চিঠি দিছোঁ)।
**অপাদানকাৰকত**— পঞ্চমী বিভক্তি (মই *ঘৰৰ পৰা* আহিলো)।
**অধিকৰণকাৰকত**— সপ্তমী বিভক্তি (ৰাম *ঘৰত* আছে)।
**সম্বন্ধ পদত**— ষষ্ঠী বিভক্তি (তেওঁ *মোৰ* বন্ধু)।
**সম্বোধন পদত**— শূন্য বিভক্তি ( *হৰি*, কলৈ যোৱা)।

সম্বন্ধ পদ আৰু সম্বোধন পদ কাৰক নহয়; কাৰণ ক্ৰিয়াৰ সৈতে এই পদ দুটাৰ পোনপটীয়া সম্পৰ্ক নাই।

**উপসৰ্গ**— *যি অব্যয়ে শব্দৰ আগত বহি শব্দটোৰ অৰ্থ সাধাৰণতে সলনি কৰে*, সি উপসৰ্গ। যেনে— নাম, কিন্তু প্ৰণাম; ৰূপ, কিন্তু বিৰূপ; ইত্যাদি। প্ৰ, পৰা, অপ, সম্— এইবোৰ সংস্কৃত উপসৰ্গ; অনা (অনা অসমীয়া, অনাহক), নি (নিলাজি, নিখোঁজ), আও (আওবাট, আওমৰণ),— এইবোৰ অসমীয়া উপসৰ্গ। বিদেশী উপসৰ্গও আছে। যেনে— গড় (গড় কাপ্তানী), না (নাৰাজ), বদ (বদনাম), ইত্যাদি।

**সন্ধি**— দুটা বা ততোধিক শব্দৰ ওচৰাওচৰি বৰ্ণকেইটাৰ যোগেই হ'ল সন্ধি। সন্ধিৰ ফলত সাধাৰণতে ধ্বনিৰ পৰিৱৰ্তন ঘটে, কিন্তু অৰ্থৰ পৰিৱৰ্তন নঘটে। যেনে— মৃৎ+ময়=মৃণ্ময়, উৎ+জ্বল=উজ্জ্বল। সন্ধি তিনি প্ৰকাৰৰ— স্বৰসন্ধি (গিৰি+ইন্দ্ৰ=গিৰীন্দ্ৰ), ব্যঞ্জন সন্ধি (বাক্+দত্তা= বাগ্‌দত্তা; বাক্+ঈশ=বাগীশ) আৰু বিসৰ্গ সন্ধি (দুঃ+ব্যৱহাৰ=দুৰ্ব্যৱহাৰ; নিঃ+আময়=নিৰাময়)।

**প্ৰত্যয়**— *ধাতু বা প্ৰাতিপদিকৰ পিচত যি যোগ হ'লে এটা পৃথক শব্দ হয়, সিয়েই* প্ৰত্যয়। প্ৰত্যয় দুই প্ৰকাৰৰ— কৃৎ আৰু তদ্ধিত।

(১) কৃৎ প্ৰত্যয়— ধাতুৰ লগত যি প্ৰত্যয় যোগ হয়, সি কৃৎ প্ৰত্যয়। তব্য, অনীয়, ইন্, ণিন্ (কৃ+তব্য=কৰ্তব্য, পূজ্+অনীয়=পূজনীয়)— এইবিলাক সংস্কৃত কৃৎ প্ৰত্যয়; ইছিল, ওঁতা, ওঁতে (কৰ্+ইছিল=কৰিছিল, খা+ওঁতে=খাওঁতে)— এইবিলাক অসমীয়া কৃৎ প্ৰত্যয়।

(২) তদ্ধিত প্ৰত্যয়— প্ৰাতিপদিকৰ লগত যি যোগ হয়, সি তদ্ধিত প্ৰত্যয়। তা, তম, ইন্, বিন্ (সম+তা=সমতা, বিংশতি+তম=বিংশতিতম)— এইবোৰ সংস্কৃত তদ্ধিত; আমি, আলি, টো, জনী (দুষ্ট+আলি=দুষ্টালি, গৰু+টো=গৰুটো)— এইবোৰ অসমীয়া তদ্ধিত। বিদেশী তদ্ধিতো আছে; যেনে— দাৰ (মৌজাদাৰ), গিৰি (বাবুগিৰি), খোৰ (নিচাখোৰ), ইত্যাদি।

**সমাস**— দুটা বা ততোধিক পদৰ মাজত থকা বিভক্তি, অব্যয় আদি লোপ পাই এটা পদ হোৱাকেই কোৱা হয় সমাস। সমাস হ'বলগীয়া পদকেইটাক সমস্যমান

পদ আৰু সমাস হৈ গঠিত হোৱা পদটোত সমস্ত পদ বা সমাসবদ্ধ পদ বোলে। সমাস কেৰা প্ৰকাৰৰ। যেনে—

(১) দ্বন্দ্ব সমাস— যি সমাসত সমস্যমান পদবিলাকৰ মাজৰ যোজক অব্যয়বিলাক আঁতৰি যায়, সি দ্বন্দ্ব সমাস। যেনে— মা আৰু দেউতা=মা-দেউতা; ভাত আৰু পানী= ভাত-পানী।

(২) তৎপুৰুষ সমাস— যি সমাসত সমস্যমান পদৰ মাজৰ বিভক্তি আঁতৰে, সি তৎপুৰুষ সমাস। যেনে— গুৰুলৈ সেৱা+=গুৰুসেৱা, হাতীৰ দাঁত= হাতীদাঁত।

(৩) কৰ্মধাৰয় সমাস— যি সমাসত সমস্যমান পদকেইটাৰ উত্তৰ পদটোৱে প্ৰাধান্য পায় আৰু পূৰ্ব পদবিলাক বিশেষণৰ দৰে থাকে, সি কৰ্মধাৰয় সমাস। যেনে— পানীৰ দৰে কেঁচুৱা= পানীকেঁচুৱা, মহান যি ৰজা= মহাৰাজ।

(৪) বহুব্ৰীহি সমাস— যি সমাসত সমস্ত পদটোৱে সমস্যমান পদবিলাকৰ অৰ্থ নুবুজাই এটা সুকীয়া অৰ্থ প্ৰকাশ কৰে, সি বহুব্ৰীহি সমাস। দৃষ্টান্ত— হাত দীঘল যাৰ= হাতদীঘল। ইয়াত 'হাত দীঘল' শব্দই হাত আৰু দীঘল একোকে নুবুজাই কোনো প্ৰভাৱশালী ব্যক্তিকহে বুজাইছে। তেনেদৰে পীতাম্বৰ, পদ্মপাণি, নেগুৰকটা, ইত্যাদি।

(৫) অব্যয়ী ভাৱ সমাস— যি সমাসত সমস্ত পদৰ পূৰ্বপদটো অব্যয় বা উপসৰ্গ আৰু উত্তৰ পদটো বিশেষ্য হয়, সি অব্যয়ীভাৱ সমাস। যেনে— দিনে দিনে= প্ৰতিদিন, কণ্ঠ পৰ্যন্ত= আকণ্ঠ।

(৬) দ্বিগু সমাস— যি সমাসত সমস্ত পদৰ পূৰ্বপদটো সংখ্যাবাচক শব্দ আৰু উত্তৰ পদটো বিশেষ্য হয়, সি দ্বিগু সমাস। যেনে— তিনি ভুৱনৰ সমাহাৰ= ত্ৰিভুৱন, চাৰি আলিৰ সমাহাৰ= চাৰিআলি।

(৭) অসংলগ্ন সমাস— যি সমাসত সমস্যমান পদবিলাক এটা পদৰ দৰে নিলিখি বেলেগে বেলেগে লিখা হয়, তাক কোৱা হয় অসংলগ্ন সমাস। যেনে— অসম সাহিত্য সভা, সদৌ অসম ছাত্ৰ সন্থা, ইত্যাদি।

বাক্য— পূৰ্ণ অৰ্থ বহন কৰা, পাৰস্পৰিক সম্পৰ্কযুক্ত পদৰ সমষ্টিয়েই হ'ল বাক্য। গঠন অনুযায়ী বাক্যক তিনিটা ভাগত ভগোৱা হৈছে— সৰল বাক্য ('সি ভাত খালে'); যৌগিক বাক্য ('সি ভাত খালে আৰু শুই থাকিল'); জটিল বাক্য ('যি মানুহে কেৱল খায় আৰু শোৱে, তেওঁ জীৱনত উন্নতি কৰিব নোৱাৰে।')

উদ্দেশ্য আৰু বিধেয়— এটা বাক্যৰ মুখ্য ক্ৰিয়াপদটোৰ নিৰ্ণায়ক যি প্ৰধান পদ বা পদ- সমষ্টি, সি উদ্দেশ্য আৰু উদ্দেশ্য সম্বন্ধীয় বাক্যটোৰ বাকী যিখিনি অংশ, সি বিধেয়। 'মই ভাত খাওঁ।' ইয়াত 'মই' উদ্দেশ্য আৰু 'ভাত খাওঁ' বিধেয়। *'আমি যিজন মানুহক ইমান দিনে বন্ধু বুলি ভাবি আহিছোঁ,* তেওঁ কেনেকৈ আমাৰ শত্ৰুতা কৰিব ?' ইয়াত বক্ৰৰূপত (italics) দিয়া অংশখিনি উদ্দেশ্য আৰু বাকীখিনি বিধেয়। উদ্দেশ্য অংশটোতো গৌণ উদ্দেশ্য আৰু গৌণ বিধেয় আছে। উক্ত অংশটোত 'আমি' গৌণ উদ্দেশ্য আৰু বাকীখিনি গৌণ বিধেয়।

বাচ্য— বাচ্য হ'ল বাক্যৰ এটা অৱস্থা যাৰ দ্বাৰা বাক্যটোত থকা কৰ্তা, কৰ্ম আৰু ক্ৰিয়াৰ সম্পৰ্ক বুজা যায়। বাচ্য তিনি প্ৰকাৰৰ—
(১) কৰ্তৃবাচ্য— যি বাক্যত কৰ্তা বা উদ্দেশ্যই প্ৰধান আৰু ক্ৰিয়াপদটো কৰ্তাৰ দ্বাৰা পোনপটীয়াকৈ চালিত হয়, তেনে বাক্যৰ অৱস্থাই হ'ল কৰ্তৃবাচ্য। যেনে— 'মই ভাত খালো'; 'তই এই কাম কৰিব নোৱাৰিবি।'
(২) কৰ্মবাচ্য— যি বাক্যত বিধেয়ই কৰ্তাৰ কাম কৰে আৰু বিধেয়ৰ দ্বাৰা ক্ৰিয়াপদ চালিত হয়, তেনে বাক্যৰ অৱস্থাই হ'ল কৰ্মবাচ্য। যেনে— 'মোৰ দ্বাৰা ভাত খোৱা হ'ল'; 'তোৰ দ্বাৰা এই কাম নহ'ব।'
(৩) ভাৱবাচ্য— যি বাক্যত উদ্দেশ্য লুপ্ত হৈ থাকে আৰু ক্ৰিয়াই বাক্যৰ প্ৰধান অংশ হৈ পৰে, তেনে বাক্যৰ অৱস্থাই হ'ল ভাৱবাচ্য। যেনে— 'ভাত খোৱা হ'ল'; 'কামটো নহ'ল।'
তৎসম শব্দ— উচ্চাৰণৰ বা আৰু অৰ্থৰ বিকৃতি ঘটিলেও বানানৰ বিকৃতি নঘটাকৈ আমাৰ ভাষাত যিবিলাক সংস্কৃত শব্দ ব্যৱহৃত হয়, সেইবোৰ তৎসম শব্দ। যেনে— সন্ধ্যা, ভক্তি, শক্তি, গৃহিণী।
অৰ্ধ-তৎসম শব্দ— মূল সংস্কৃতৰ পৰা সামান্য পৰিৱৰ্তিত ৰূপত যিবোৰ শব্দ আমাৰ ভাষাত ব্যৱহৃত হয়, সেইবোৰ অৰ্ধ তৎসম শব্দ। যেনে— সন্ধিয়া, ভকতি, শকতি।
তদ্ভৱ শব্দ— যিবোৰ সংস্কৃত শব্দৰ প্ৰাকৃত স্তৰতে বানানৰ বিকৃতি ঘটিছিল, পিচত আৰু বিকৃতি ঘটি যিবোৰ শব্দ আমাৰ ভাষাত সোমাইছেহি, সেইবোৰ তদ্ভৱ শব্দ। যেনে— গৃহিণী > ঘৰণী> ঘৈণী> ; কৃষ্ণ> কানহাই>কানাই; অমৃত>অমিঅ> অমিয়া।
দেশী বা দেশজ শব্দ— বিভিন্ন থলুৱা উপজাতীয় ভাষাৰ পৰা অহা, অস্পষ্ট উৎসৰ, আৰু অষ্ট্ৰিক, ভোট-বৰ্মী আদি শব্দবোৰ হ'ল দেশী বা দেশজ শব্দ। যেনে— টেকেলি, টিকনি, বৰদৈচিলা, আলহী, লুংলুঙীয়া ইত্যাদি।
প্ৰাদেশিক শব্দ— হিন্দী, বাংলা, গুজৰাটী আদি ভাৰতৰ বেলেগ বেলেগ ৰাজ্যৰ যিবোৰ থলুৱা শব্দ আমাৰ ভাষাত সোমাইছেহি, সেইবোৰ প্ৰাদেশিক শব্দ। যেনে— চাহিদা, হৰতাল, খাদী।
বিদেশী বা বহিৰাগত শব্দ— ফাৰ্চী, আৰবী, ইংৰাজী, ফৰাচী, চীন আদি পৃথিৱীৰ বেলেগ দেশৰ পৰা আহি আমাৰ ভাষাত সোমোৱা শব্দবিলাকেই হ'ল বিদেশী বা বহিৰাগত শব্দ। যেনে— আলু, পিয়াঁজ, ডাক্তৰ, আলপিন, চাবোন ইত্যাদি।
নিপাতনে সিদ্ধ শব্দ— যিবোৰ তৎসম শব্দৰ গঠন ব্যাকৰণৰ নিয়ম বহিৰ্ভূত, অথচ বহু যুগ ধৰি প্ৰচলিত, সেইবোৰ নিপাতনে সিদ্ধ শব্দ। যেনে— বৃহস্পতি (নিয়মমতে বৃহৎ + পতি = বৃহদ্‌পতি), গোষ্পদ (নিয়মমতে গো + পদ = গোপদ) ইত্যাদি।
অসাধু শব্দ— আমাৰ ভাষাত নিপাতনে সিদ্ধৰ দৰে হৈ পৰা শব্দবিলাকেই হ'ল অসাধু শব্দ। যেনে— সন্মানীয় (হোৱা উচিত সম্মাননীয়), ৰামধেনু (হোৱা উচিত ৰামধনু) ইত্যাদি।

# পৰিশিষ্ট— ৩

## গ্ৰন্থ আৰু প্ৰবন্ধপঞ্জী (নিৰ্বাচিত)

### গ্ৰন্থ


অসমীয়া

আখৰ-জোঁটনি সমস্যা - সম্পাদনা, সতীশচন্দ্ৰ চৌধুৰী, অসম সাহিত্য সভা, ১৯৮২

অসমীয়া আখৰ-জোঁটনি - পাঠ্যপুথি প্ৰস্তুতি সমন্বয় সমিতি, গুৱাহাটী বিশ্ববিদ্যালয়, ১৯৭০

অসমীয়া আখৰ-জোঁটনি - ডঃ গোলোকচন্দ্ৰ গোস্বামী, গুৱাহাটী, ১৯৭২

শুধ অসমীয়া - ডিম্বেশ্বৰ নেওগ, গুৱাহাটী, ১৯৫২

নিকা অসমীয়া ভাষা - মহেশ্বৰ নেওগ, গুৱাহাটী, ১৯৯০

অসমীয়া ব্যাকৰণ - হেমচন্দ্ৰ বৰুৱা, শিৱসাগৰ, ১৯৪৪

বহল ব্যাকৰণ - সত্যনাথ বৰা, গুৱাহাটী, ১৯৯২

অসমীয়া ব্যাকৰণ আৰু ভাষাতত্ত্ব - কালিৰাম মেধি, অসম প্ৰকাশন পৰিষদ, ১৯৮০

অসমীয়া গোলোক ব্যাকৰণ - ডঃ গোলোকচন্দ্ৰ গোস্বামী, '১৯৭২

অসমীয়া ভাষাৰ ব্যাকৰণ - ডঃ উপেন্দ্ৰনাথ গোস্বামী, গুৱাহাটী, ১৯৮১

অসমীয়া ব্যাকৰণৰ ৰূপৰেখা - বাপচন্দ্ৰ মহন্ত, যোৰহাট, ১৯৮৯

অসমীয়া ব্যাকৰণ-জ্যোতি - ভগৱান মৰল, গুৱাহাটী, ১৯৭৯

অসমীয়া ভাষাৰ উদ্ভৱ, সমৃদ্ধি আৰু বিকাশ - ডঃ উপেন্দ্ৰনাথ গোস্বামী, গুৱাহাটী, ১৯৯১

হেমকোষ - হেমচন্দ্ৰ বৰুৱা, যোৰহাট, ১৯৪১

চন্দ্ৰকান্ত অভিধান - মুখ্য সম্পাদক— ডঃ মহেশ্বৰ নেওগ, গুৱাহাটী বিশ্ববিদ্যালয়, ১৯৮৮

বাংলা

বাংলা বানান - মণীন্দ্ৰকুমাৰ ঘোষ, কলকাতা, ১৩৮৫ বঙ্গাব্দ

বাংলা বানানেৰ নিয়ম ও অনিয়ম - মাহ্‌বুবুল হক, বাংলাদেশ (ভাৰতীয় সংস্কৰণ), ১৯৯১

বাংলা বানানেৰ নিয়ম - ৰমেন ভট্টাচাৰ্য, সাহিত্য সংসদ, কলকতা, ১৯৮৯

বানান বিতৰ্ক - নেপাল মজুমদাৰ (সংকলিত ও সম্পাদিত) পশ্চিমবঙ্গ বাংলা অকাদেমি, ১৯৯২

সমগ্ৰ ব্যাকৰণ কৌমুদী - ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰ (আশুতোষ দেব, দুৰ্গাচৰণ সাংখ্য- বেদান্ততীৰ্থ আৰু সত্যেন্দ্ৰনাথ সেনৰ দ্বাৰা সম্পাদিত, সংশোধিত আৰু পৰিবৰ্ধিত), কলকাতা, ১৯৬৮

বাংলা ভাষাৰ প্ৰকাশ - সুনীতিকুমাৰ চট্টোপাধ্যায়, কলকাতা, ১৯৮৯

আধুনিক বাংলা প্ৰয়োগ অভিধান - সুভাষ ভট্টাচাৰ্য, কলকাতা, ১৯৮৬

সংসদ ব্যাকৰণ অভিধান - অশোক মুখোপাধ্যায়, কলকাতা, ১৯৮৯

বঙ্গীয় শব্দকোষ - হৰিচৰণ বন্দ্যোপাধ্যায়, সাহিত্য অকাদেমি, ১৯৭৮

অন্যান্য

A Higher Sanskrit Grammar - M R Kale, Motilal Banarsidass, 1961

The Students' Sanskrit-English Dictonary - V S Apte, Motilal Banarsidass, 1968

The Students' English-Sanskrit Dictonary - V S Apte, Motilal Banarsidass, 1972

A Sanskrit-English Dictonary - Sir M Monier Williams, Motilal Banarsidass, 1963

উৰ্দু-হিন্দী শব্দকোষ - মহম্মদ মুস্তফা খাঁ 'মদ্দাহ', উত্তৰ প্ৰদেশ হিন্দী সংস্থান, লখনৌ, ১৯৮২

স্মৃতি গ্ৰন্থ, প্ৰবন্ধ আদি

বঙ্গালী-বিচিত্ৰা - অসম সাহিত্য সভাৰ ষষ্ঠ লেখক-শিবিৰ উপলক্ষ্যে প্ৰকাশিত স্মৃতিগ্ৰন্থ, ১৯৭৮

'বলিশালৰ চেপাত লেৰেলা- চেপেটা অসমীয়া ভাষাটো' - মহেশ্বৰ নেওগ, মণিদীপ, ডিচেম্বৰ, ১৯৬৭

'অসমীয়া ভাষাটোত আটাইতকৈ বেছিকৈ বানান ভুল হোৱা এশটা শব্দ' - ডঃ দীনেশচন্দ্ৰ গোস্বামী, প্ৰান্তিক

'অসমীয়া ভাষাৰ বৰ্ণ-বিভ্ৰাট আৰু অভিধান' - ডঃ ৰমেশ পাঠক, আজিৰ অসম, ১৮ এপ্ৰিল, ১৯৯৩

অসম সাহিত্য সভা পত্ৰিকা - ত্ৰিংশ বছৰ, ৩য় সংখ্যা ত্ৰিংশ বছৰ, ৮ম সংখ্যা; অষ্টচত্বাৰিংশ বছৰ, ১ম সংখ্যা

আলোচনী, বাতৰি কাকত আদিত সময়ে সময়ে প্ৰকাশিত অন্যান্য প্ৰবন্ধাৱলী।

